১। বীণা ( উপন্যাস ) [redacted]

২। আমাৰ বিহু [redacted] ,,

৩। বেমেজালি—ছপা হব লাগিছে

বেচ—৸০ মাথোন

পোৱাৰ ঠিকানা ঃ—

শ্ৰীস্নেহলতা ভট্টাচাৰ্য্য

৮ নং সুবল চন্দ্ৰ লেন

অথবা

১৪এ বাহিৰ মিৰ্জ্জাপুৰ ৰোড

কলিকতা।

# আমাৰ বিহু

শ্ৰীস্নেহলতা ভট্টাচাৰ্য্য



প্ৰথম তাঙ্গৰণ

১৮৪৯ শক

গ্ৰন্থ ৰচয়িত্ৰীৰ দ্বাৰা প্ৰকাশিত।

কলি[illegible]




বেচ ।৵০ মাথোন।

# নিবেদন ।



প্রবসুৱা জীৱণৰ এদিনৰ আনন্দৰ বাতৰিটি লিপিবদ্ধ কৰি থবলৈ, কেলেই মোক ইচ্ছাই খুছিয়ালে—নেজানোঁ !

মোৰ "আমাৰ বিহুত" বহুত ত্রুটি বহুত ভূল থাকিব পাৰে—কাৰণ, মই সাহিত্যক সাধনাহে কৰিছোঁ মাথোন !

আমি ভাবৰ সমষ্ঠি মাথোন থৈ যাব পাৰোঁ—আমাৰ পাছৰসকলে বিচাৰ কৰি, গবেষণাৰে সৈতে, তেঁওবিলাকে মনোমত সাজপাৰ পিন্ধাব—এই আশা কৰিয়েই "আমাৰ বিহু" মোৰ স্বদেশবাসীৰ হাতত অৰ্পণ কৰিলোঁ ।

সাহিত্য অনুভব বা **feel** কৰিবৰ বস্তু নহয়—বুজ পাইছোঁ বুলিলেই বুজ পোৱা নাযায় ! ই ধৰিবৰ বস্তু ! মোৰ বিশ্বাস, সাহিত্যক, যিগৰাকী সাহিত্যিকে ধৰিব পৰা নাই—তেওঁ সাহিত্যৰ সম্বন্ধে একোকেই নেজানে !

অক্লান্তকৰ্ম্মী সাহিত্যিকে জানে—সাহিত্য কিনো বস্তু—যেতিয়া, সাহিত্যে তেওঁৰ গাত ভালকৈয়ে নেৰানেপেৰাকৈ সাঙুৰিব—তেতিয়া

বুজ পাব, ভাবতৰ আদি কবি বমায়ণ-প্ৰণেতা বাল্মিকীৰ গাত উইয়ে বাহ বান্ধোতেও কেলেই কেওঁ গম পোৱা নাছিল !

জ্ঞানীশ্ৰেষ্ঠ ছক্ৰেটিছে কৈছিল "মই জ্ঞান-সমুদ্ৰৰ মাজলৈতো যাব পৰায়েই নাই—সমুদ্ৰ বহুত দূৰত্তে আছে, মই তাৰ পাৰৰ শিলগুটী বিলাকহে বুটলিবলৈ পাইছোঁ" ।

অসম সাহিত্যত, প্ৰাঞ্জল-অৱস্থা এতিয়াও আহি পোৱাহি নাই— তাৰ একমাত্ৰ কাৰণ আমাৰ ভাষাত উপন্যাস নাই !

আমি বহুত দেখোঁ—বহুত বস্তু আমাৰ চকুৰ আগত পৰে—কিন্তু লেখিবলৈ হলে কাপকাঠিডালে দেখোন আগ নেবাঢ়ে !

উপন্যাসে, দেশৰ-মানুহৰ চৰিত্ৰৰ ভেটি সুদৃঢ় কৰে—ভাষা চহকী হয় !

অৱশ্যে, মোৰ চিন্তাৰো ভুল থাকিব পাৰে—মই এটা ভৰি আগবঢ়াব পাৰিছোঁহে মাথোন—জ্ঞান-সমুদ্ৰ কত আছে, তাৰ বাটৰ বুৰঞ্জিয়ে, মোক এতিয়াও জানিব দিয়া নাই—কেতিয়াবা, বিজুলিৰ চকামকা পোহৰে, খন্তেকলৈ এটা উজ্জ্বল জেউতী

মোৰ চকুদুটাৰ আগত পেলাইছেহে মাথোন—এতিয়াও বৰ এন্ধাৰ, কেতিয়া এই এন্ধাৰক অতি-ক্ৰম কৰিম—নেজানোঁ!

"কৰ্ম্মণ্যে বাধিকাৰস্তে মা ফলেষু কদাচন" মোৰ কামতহে অধিকাৰ আছে—সিদ্ধিলাভততো অধিকাৰ নাই! জ্ঞান-অৱতাৰ শ্ৰীকৃষ্ণৰ উপদেশেই সাৰোগত কৰিছোঁ! মই কিনো জানোঁ—একোকেই নেজানোঁ! জ্ঞান-সমুদ্ৰ কতনো আছে—তাৰ বাতৰিটি মই পোৱায়েই নাই!

ভৱিষ্যতে, সাহিত্যিকসকলে যদি মোৰ চিন্তাৰ গবেষণা-আলোচনা কৰে, তেন্তে, সেইয়েই মোৰ বহুত—সাহিত্যক, যিমান আলোচনা কৰিব, তিমান ই ভালকৈ ফুলিবলৈ বদ-বতাহ নিয়ৰ-পানী পাব!

সাহিত্যৰ সাধন-ক্ষেত্ৰলৈ আগবাঢ়িছোঁহে মাথোন—সেই ক্ষেত্ৰত, এতিয়া এটা আঁহত গুটি পেলাইছোঁহে—নেজানোঁ, কেতিয়া সেই গুটিৰ পৰা পুলিপোখা ওলাই, ক্ৰমে, ভৱিষ্যতত ডাঙৰ শকত গুৰিৰ বহু শাখাপ্ৰশাখাবহলোৱা আঁহত গছ এজোপাই ছাঁ পেলাব! সেই সুশীতল

মনোৰম ছঁাত, কেতিয়া বহুত দূৰ দূৰণিবাটৰ বাটৰুৱাই ভাগৰ পলাবহি—নেজানোঁ !

মানুহৰ জীৱনৰ দৰে, ইচ্ছাও হবপায় ক্ষণস্থায়ী ! মৃত্যুয়ে তাৰ চমণ লৈ আমাৰ জীৱণৰ দুৱাৰ-দলিত থিয় দিয়েই আছে—ইচ্ছা আজি আছে, কালি নেথাকিবও পাৰে—ইযে আমাক চিৰকালেই উচত্তাই থাকিব তাৰ কিনো স্থিৰতা আছে ?

মই প্ৰাৰ্থনা কৰোঁ—আমাৰ সাহিত্য প্ৰাঞ্জল হওক—ভাব ব্যক্ত কৰোঁতে কোনো সাহিত্যিকে যেন আসোঁৱাহ নেপায়—লাগক, যিগৰাকীয়ে পৃথিবীৰ যি ভাষায়েই জানে—সেই ভাষাৰ প্ৰচলিত শব্দ বিলাকেই আমাৰ ভাষাৰ মাজত ঠাই পাওক ! ই বহুত দূৰ দূৰণিলৈকে বাধা নোপোৱাকৈ পোহৰ পেলাওক ! বতাহে মুকলি হৈ বহুত দূৰ-দূৰান্তৰ দেশ লৈকে ইয়াৰ সুগন্ধ বহন কৰি ফুৰক !

ভাৰতবৰ্ষৰ কোনো ভাষা-সাহিত্য, সংস্কৃতৰ সহায় নোলোৱাকৈ চহকী হোৱা নাই—আনলৈ ভয় কৰি আমাৰ সাহিত্যক চিৰকাললৈকে কেচুৱা কৰি থমনে ?

Literature, like nations live by exchange.
—Anatole France.

A people without intellectual Commerce has never done anything Conspicuous in literature. Walter Pater.

অসমৰ পৰ্ব্বতীয়া ভাষা বা দোৱান যি গৰাকীয়ে জানে, তেওঁ, পাৰ্ব্বত্যদেশত আমাৰ সাহিত্য **exchange** কৰি তেঁওবিলাককো অসম-সাহিত্যৰ পোহৰ দিয়ক—সাধাৰণৰ বোধগম্য কৰি সদৌ অসমত যদি এটা ভাষা-সাহিত্য প্ৰচলিত কৰিব পাৰি—তেন্তে, তাতকৈ অসমৰ সৌভাগ্যনো আৰু কিবা আছেনে? সদৌ অসমৰ ১২ খন জিলা বাজে দাঁতি-কাষৰীয়া, যত যি বেলেগ দোৱাণ ভাষা আছে, সকলোবিলাকৰ মাজতেই তেন্তে লেখাভাষা সম্বন্ধে এটা ব্যবস্থা হব!

সংস্কৃত শব্দ, বুজ নোপোৱা মানুহ ভাৰতত হবপায় নাই! যি গৰাকীয়ে, যিমান নিজৰ ভাষাত সংস্কৃত সুমুৱাব পাৰিব, সেই সাহিত্যৰ ভাষাই সদৌ ভাৰতত ৰাজপাত খাব পাৰিব!

পৃথিবীৰ সাহিত্যিকবিলাকে যত যিটো শব্দ পাইছে—নিজৰ নিজৰ সাহিত্যৰ অঙ্গীভূত কৰি লৈছে—তেহে, সেই ভাষাই পৃথিবীৰ মানুহৰ মাজত আধিপত্য বিস্তাৰ কৰিব পাৰিব!

বাস্তৱ-জীৱণৰ সৈতে কাল্পনিক-জীৱণৰ মিল ৰাখিবলৈ,অসমীয়া-শব্দভৰাল ইমানকৈয়ে টনকিয়াল

নে—সকলো কথা ব্যক্ত কৰিবলৈ ঠোকাঠুকি নহব —হুবহু বাস্তবচিত্ৰ আঁকিবলৈ দিগদাৰী-আসোঁৱাহত নপৰিব ?

ৰহন-তূলি আমাৰ দেশৰেই ভাল বুলিয়েই যে অইন দেশৰ ভাল তূলিৰ সহায় নলম—তূলিৰ লোম, ৰহণৰ সজুলি ললেই যে আমাৰ অস্তিত্বই লোপ পাব—এনে সন্দেহ কৰি, যিজনে সাহিত্যক উদাৰ নকৰিবলৈ বাধা দিছে—তেওঁ, সাহিত্য বস্তুটো ধৰিবলৈ হেঁপাহ মেলিবলৈ হাত বঢ়োৱায়েই নাই—তেওঁৰ সংকীৰ্ণতাই, হাতখন আগ বঢ়াবলৈও কোঁচ খুৱাইছে !

মোৰ সাহিত্য সাধনাই, যদি জ্ঞানা এগৰাকী অসমীয়াকো মোৰ গবেষণা আলোচনাৰ চানেকী দেখুৱাব পাৰে—তেন্তে, সেইয়েই মোৰ সান্ত্বনা !

ভবিষ্যৎ জীৱনত, জীৱন-সংগ্ৰাম কৰোঁতে কত কোনে ওফৰি পৰোঁগৈ—নেজানোঁ ! তথাপি, এদিন ই আমাৰ প্ৰবসুৱাজীৱনৰ সন্মিলনক সুঁৱৰিব পাৰিব !

আকৌ কওঁ, মোৰ চিন্তাৰো ক্ৰটী বা ভূল থাকিব পাৰে—কিন্তু, এই অসম-সাহিত্য সম্বন্ধে চিন্তা কৰিবলৈ যে মই শকতি পাইছোঁ—সেইবাবে ঈশ্বৰক ধন্যবাদ জনাওঁ !

বিনীতা

শ্ৰীস্নেহলতা ভট্টাচাৰ্য্য ।

# আমাৰ বিহু



যিটো বস্তু, মানুহে এদিন এনেয়েইপোৱা সামান্য বিবেচনা কৰে, কিন্তু, আতৰ হলে গানে, সৰ্ব্বদেহ-মনে ভোকালচিতে তাকেই কামনা কৰি, দুই হাত মেলি বান্ধি পেলাব খোজে—দেহমনে তাৰ এটা মউ-কণা যত্নেৰে উপভোগ কৰিবৰ বাবে, চকু মেলি চাই থাকে—যাতে, এটা পচাৰো এনেয়েই নেযায়—কলিকতাৰ মাঘ বিহুও আমাৰ মানত প্ৰায় তেনেবিধৰেই হৈছিল !

আসামত বিহু, জীৱনৰ দৈনন্দিন-পঞ্জিকাৰ, এটা এটা উৎসব-ময় দিন আছিল। সেই পিঠা-খোৱা, নতুন ধানৰ কৰাই, সান্দহ, চিৰা খোৱা; মাহহালধিৰে গাধোৱা, নতুন মাৰ নকচা গামোছা পোৱা, হুঁচৰিৰ তালে তালে নাচ—বিহুনাম চোৱা, সমনীয়া-লগৰীয়াৰে সৈতে কণীযুঁজত যোগদান

কৰা, মহে মহে যুঁজ চাই উলাহ পোৱাৰ পৰিবৰ্ত্তে আৰু নো কিবা আছিল—কব নোৱাৰোঁ।

**Sibpur botanical garden** ত বিহু পাতিব, আমি যাব পাৰিম—এই সমাচাৰটি শুনাৰ পৰা কিহে দেহাটিৰ সেই দিনটিৰ বাবে উন্মুখ কৰি পেলাইছিল !

এই বস্তুটো, নানা ঠাই, নানা ধুনীয়া প্ৰকৃতি-ৰাজ্যত বিচৰণ কৰি, অলেখ বন্ধুবান্ধৱৰ লৈতে পাটিত যোগদান দিও, পোৱা নাছিলোঁ। যিদিনা, মোৰ নামৰ কাৰ্ডটি হাতত পৰিল—যাবৰ ব্যৱস্থাৰ বাবে উত্ৰাৱল হৈ, কি এটা ইচ্ছাই ব্ৰাহ্ম বালিকা বিদ্যালয়ৰ বোৰ্ডিংটোলৈ লৰ মৰালে !

গুৱাহাটীৰ পৰ্ব্বত ওপঙ্গা, বহল নৈৰ বুকুত—নানা ঘেৰাটোপৰ মাজত—সেই ব্ৰহ্মপুত্ৰৰ বালি চৰাত, অলেখ লৰাই উৰুলীধ্বনিৰে লৈতে, উলাহেৰে নৰাখেৰৰ জুপুৰা জুপুৰা পজাবিলাকত জুই লগাই দিয়া, বহুতবাৰ দেখিছোঁ—মেজিৰ কেঁচা বাঁহ ফুটাৰ সময়ত, উষাদেবীৰ প্ৰথম শুভ পদাৰ্পণত, ৰহণচৰা আকাশখনি আৰু বেছিকৈ ৰঙ্গা কৰি দিয়াৰ দৃশ্য—পানীৰ ওপৰত, ঢৌউঠা বুকুত

তাৰ এটা প্ৰতিচ্ছবি বহুতবাৰ দেখিছোঁ, কিন্তু, এনেকৈ চিঠিৰ নিমাত আহ্বানে কেলেই নো মোক বলিয়া কৰিলে—বুজ নেপাওঁ !

প্ৰকৃতিৰ মনোৰম ঠাই বিচাৰি, বন্ধু-বান্ধবৰ সৈতে বহুত ঠাইত বালিভাত খাই ফুৰিছোঁ—কিন্তু, এনেকৈ কিবা এটা বৰ্ণনা কৰিব নোৱাৰা আনন্দে—তুলনাবিহীন হৰ্ষে, বিষ্কিব পৰা নাই !

লাচিত বৰফুকনৰ সভা ?

অসমৰ বুৰঞ্জী পঢ়িবৰ সুযোগ জীৱনত কেতিয়াও পোৱা নাছিলোঁ। ইচ্ছা যে বৰকৈ আছিল, তাকো নহয়—এটা অনাসক্ত নিলিপ্ততাই অসমৰ বুৰঞ্জী পঢ়িবৰ পৰা উদাসীন কৰি থৈছিল—সেই দোষটো মোৰ স্বকৃত অপৰাধেই, নে—অসমত ভাল বুৰঞ্জী, সুখপাঠ্য ইতিবৃত্ত নথকাৰ বাবে, কব নোৱাৰোঁ।

কিন্তু, সুখৰ বিষয়, সেই অৱস্থা মোৰ বেছিদিন নেথাকিলে। অকস্মাৎ, সেক্ৰেটাৰিৰ অনুৰোধে, লাচিত বৰফুকনৰ কাৰ্য্যকলাপ জানিবলৈ, এখন বুৰঞ্জীৰ বাবে, উত্ৰাৱল কৰি পেলালে !

আৰঙ্গজেব-সেনাপতি, ৰজা ৰামসিংহৰ সৈতে

অলেখ মোগল-শিক্ষিত সেনাৰ লগত যুঁজ কৰিবৰ কাহিনী, বালিৰে গড় সজাৰ কথা, "দেশতকৈ মোমাই ডাঙৰ নহয়"—আহোম-সেনাপতি লাচিতৰ মুখৰ পৰা ওলোৱা কথা কেইষাৰ মানেই, মোৰ অনুসন্ধিৎসু চিত্তক পৰিতৃপ্ত কৰিব নোৱাৰিলে! সেই ৰাতিয়েই, ইচ্ছাই কিতাপ বিচাৰি উলিয়াবলৈ ব্যগ্ৰ হল!

হিন্দু-গৰ্ব্ব শিবাজিৰ অতুলবিক্ৰমে, দাক্ষিণাত্যত ভোসপাৰ লগাই, আৰাবল্লি পৰ্ব্বতৰ আঁৰত থকা, আৰ্য্যাবৰ্ত্ততো—আসমুদ্ৰ হিমাচলৰ বাদছা, বুদ্ধিমান আৰঙ্গজেবৰো সিংহাসন কম্পিত কৰিছিল—উন্নত মস্তকৰ মুকুট, সেই ধুমুহাত উৰি যাওঁ উৰি যাওঁ হৈছিল—সেই শিবাজিৰ বংশ-পৰিচয়, ভাৰতীয় মাত্ৰেই, ইতিহাস-অভিজ্ঞ মাত্ৰেই জানে—কিন্তু, ভাৰতৰ পূবপিনে, সেই দেশৰ গৌৰব-ধ্বজা, স্বাধীনতাৰ পতাকা—ৰাজ্য-বিস্তাৰ-লুভীয়া আৰঙ্গজেবৰ সৈতে সমানে আঁৰিয়াআঁৰি কৰি, কোনে অসমৰ স্বাধীনতা-বেলিক মাৰ হবলৈ নিদিছিল—সেই বীৰ কোন?

অসম-সেনাপতি লাচিতে হেঙ্গদা খাপৰ পৰা

খুলি "দেশতকৈ মোমাই ডাঙৰ নহয়, একে ৰাতিৰ ভিতৰতেই গড় হুব লাগিব, নহলে, মছলমানে অহম লব—এই কথা শেহ হবৰ আগতেই, মোমায়েকৰ মূৰ অসম্পূর্ণ গড়ৰ বালিত লুটি খাই, তেজে ঠাইডোখৰ ৰঙ্গা কৰি পেলাইছিল !

সেই স্বদেশহিতৈষণাপূর্ণ একাগ্রতা-ভৰা কথাষাৰেই তেওঁৰ বহুত নে ? সেই মহান্ বীৰৰ সৌৰৱণী-সভা সেইষাৰ কথাতেই পৰিসমাপ্ত হবনে ? এইয়াই তেওঁৰ সন্মানৰ বাবে উপযুক্ত নে ?

তেওঁৰ বিষয়ে নানাকথা জানিবলৈ মন চঞ্চল হৈ পৰিল !

দেউতাৰ সযত্ন ৰক্ষিত কিতাপৰ ষ্টীল ট্রাঙ্কটিত গোপনে হাতে দিলোঁ। দুৱাৰ জপাই, দেউতাৰ সযত্ন-আহৰণ কিতাপবিলাকৰ মাজত বহি, সেই বিষয়ে কিমান নো অনুসন্ধান কৰিলোঁ !

যি কিতাপৰ ভাষাই, তাৰ ৰচণাপ্রকৰণ প্রণালীয়ে মোৰ মনত বিৰক্তি অনাৰ বাহিৰে, এদিনো মনোযোগ আকর্ষণ কৰিব পৰা নাই, কিন্তু সিদিনা আকুল চঞ্চল চকুজুৰি সকলো পুথিৰ

ওপৰতেই পৰিল ! এনেকি, পুৰণি অসমৰ বুৰঞ্জীৰ ভাষাবিলাকেও চকু দুটাক আকৰ্ষণ কৰি, তাৰ গূঢ়াৰ্থ বুজিবৰ বাবে, মনোযোগী কৰি পেলালে !

কে'জনমান লৰাৰ, স্বয়ং সেক্রেটাৰিৰ গভীৰ মনোযোগেৰে সৈতে, অনুসন্ধানেও যেতিয়া, সকলো ঠাইতে কিতাপ বিচৰাতো, অসম-গপ লাচিতৰ সামান্য কিতাপ এখনো হাতত আহি নপৰিলে, তেতিয়া অসমীয়াৰ সাহিত্যানুৰাগৰ ফালে উদাসীন দেখি, নিজৰ অনভিজ্ঞতাৰ বাবে কে'টোপমান তপত চকুলো মাটিত পৰিল !

বহুত দিন আগত, তেঁওৰ নক্সা দেখা মনত পৰে—সেই বিচক্ষণতাভৰা, তেজস্বিতাপূৰ্ণ মূৰ্ত্তিটিৰ মাজত, সাহসী চকুদুটাৰ আঁৰত, তেঁওৰ বিষয়ে, বহুত কথা লুকাই থকা সত্ত্বেও, ক্ষুদ্ৰ বিচাৰ শক্তিয়ে তাৰ বিশ্লেষণ দিব নোৱাৰিলে !

প্ৰস্তাবটি স্বীকাৰ কৰিবৰ সাহ মোৰ নহল ! কিন্তু, তেতিয়াৰ পৰায়েই অসমৰ বুৰঞ্জী পঢ়িবৰ অভিলাষে বৰকৈ প্ৰকাশ কৰিব ধৰিলে।

আমি দূৰৈৰ বিদেশী বীৰৰ নাম জানোঁ, তেওঁৰ

কাৰ্য্যকলাপে, আমাৰ মনোযোগ আকৰ্ষণ কৰে, এইবিষয়ে, ইউৰোপৰ প্ৰত্যেকটো ৰাজ্য, এছিয়াৰ চীন, জাপান, পাৰস্য কাকো বাদ নকৰোঁ; এনেকি, প্ৰশান্ত মহাসাগৰ, আটলাণ্টিক মহাসাগৰৰ বুকুত থকা সৰু সৰু দ্বীপবিলাকেও আমাৰ দৃষ্টি টানি নিয়ে ; কিন্তু আমি অসমীয়াই, লাচিত বৰফুকনৰ বিষয়ে এখনৰ বেছি কিতাপ উলিয়াব পৰা নাই ! তেঁওৰ বীৰত্বৰ কাহিনী আমাৰ মানত সাধুকথাৰ দৰে হৈ পৰিছে !

এনেভাৱে, কিছুদিন গলে, তাৰপিছত, জানোছা, একেবাৰে বিস্মৃতিৰ গৰ্ভত লয় পাই যায়বা ?

বৃহস্পতিবাৰে, ৰাতি শোওঁতে সঙ্কল্প কৰিলোঁ— বিহুৰ দিনা, ৰাতি নৌপুৱাওঁতেই উঠি—গা ধুম ।

সেই অনাস্বাদিত আনন্দৰ মোহে, ৰাতি পুৱাইছে বুলি, কে'বাবাৰ মানো মোক ৰাতিতেই টোপনি ভঙ্গাইছিল—কিন্তু, নোশোওঁ নোশোওঁ বুলিও, কেতিয়ানো টোপনিয়ে চকুদুটাৰ ওপৰত হেঁচা মাৰি ধৰিলে !

যেতিয়া টোপনি ভাগে, দেখোঁ—ৰৌদ্ৰ কিৰণ

কাঞ্চিৎ পৰা এই শোৱা-কোঠালিটোতো, এটা জিলিকণি-বৰণ ফুটি পৰিছে। নীৰব, নিতাল জগৎ—কলকলোৰণী-কোঢ়াল, চিএঃৰ-বাখৰ, মটৰৰ পেঁপো, গাড়ীৰ শবদ—সকলোবিলাক মিহলিহৈ, নানাসুৰেৰে নানাৰাগ টানিছে!

যদিও কলিকতাত, উষাদেবীৰ নব অৰুণ-বৰণ, দীপ্তিমান আকাশত, পূবফালে বিয়পি পৰা ৰহণ, সেই দৃশ্যটি চাই, নয়নমন তৃপ্ত কৰিবৰ সুযোগ, প্ৰায় কাৰো ভাগ্যতেই নঘটে, তথাপি, ৰাতিপুৱাওঁতেই সাৰ নেপালোঁ—এই ক্ষোভে চিত্ত ক্ষুব্ধ কৰি পেলালে!

এই পোনপ্ৰথমৰ আসোঁৱাহে একেবাৰে প্ৰায় অনুৎসাহী কৰি পেলালেও ভাই-ভণীটিৰ উলাহমিশ্ৰিত বিহুৰ স্বাগত-সম্ভাষণৰ আনন্দপূৰ্ণ জোকাৰে, বিছনাৰ পৰা উঠিবলৈ বাধ্য কৰিলে!

গা ধুবলৈ কলটিত হাতখন থইছোঁহে, এনে সময়তে আহ্বান আহিল—কাণত পৰিল, বিহুলৈ যাবৰ বাবে পকা বন্দোবস্ত কৰিব লাগে—কৰ গাধোৱা, কৰবালৈ গল।

এই কথাটোৰ অৰ্থ সি দিনাহে বুজ পালোঁ—

ঢেকিয়ে যে স্বৰ্গতো গৈ ধান বানে! আৰু এটা ভাব পৰিল—আৰু এটি ছোৱালীক নিব লাগে।

মূৰত বাজ পৰাদি পৰিল! কিন্তু তথাপি বিহুৰ আনন্দৰ সোৱাদৰ পৰা বঞ্চিত কৰিবলৈ সত্ নগল। ভাবটো পৰাৰ পৰায়েই জানিছিলোঁ—চ'তৰ ধূলিমাকটি উৰুৱা পছোৱা বতাহ এছাটিয়ে মোক আমনি লগাবও পাৰে!

সিদিনা নো কাক চাই উঠিছিলোঁ—নেজানোঁ। ইচ্ছাই বৰ বেছিকৈ বিয়াকুল কৰিলে, প্ৰতিবন্ধক আহে হবলা।

যাওক—সেইবিলাক কথা!

বোৰ্ডিঙৰ পৰা দুজনী ছোৱালীয়েও আহি লগ লাগিলেহি। ঘৰৰ পৰাতো ওলালোঁ—উলাহ-মালহৰ কোবত, গাড়ী বা ট্যাক্সি মাতিব কবলৈ, পাহৰিয়েই গলোঁ।

'মটৰবাছ'ৰ বাবে বাট চাওঁতে গৈ, যেতিয়া, এখনেও আমাৰ গন্তব্য বাটত থৈ আহিবলৈ মান্তি নহল—সেই পিনেদি যোৱা এখনো 'বাছ' আমাৰ চকুত নপৰিলে, তেতিয়া, ৰক্ষী দুজনে গাড়ী বা ট্যাক্সি চাবলৈ ধৰিলে।

আগেয়েই কৈছোঁ—কোন বাহুয়েনো আমাৰ গাত লম্ভিছিল! এখনও ট্যাক্সি বা গাড়ীয়েও বাটৰ কৌতুহলাক্রান্ত মানুহৰ আগৰ পৰা উদ্ধাৰ কৰি, আমনিলগা দেহাকেইটিক বহন কৰি নিবৰ বাবে—এখনো আহি নোলালেহি।

তেন্তে, বলা—পদব্রজে! লগৰ ৭।৮ বছৰীয়া বোৰ্ডিং-নিৰ্ব্বাসিতা অকণমানটিৰ বাবেহে বেয়া লাগিল!

কিন্তু—উপায় নাই!

দুই ভিন্ প্রকৃতিৰ সৈনিক দুজনৰ, আদেশ আৰু অনুৰোধমতে কিছুদূৰ যোৱাত, এখন গাড়ী আমাৰ দৃষ্টিগোচৰত পৰিল। দৰদস্তুৰ কৰিবৰ আৰু তত্ নাই—মোৰ কাঁধত বেথুন কলেজৰ ভাৰ পৰিছে, তাৰপৰাও তেওঁলোকক আনিব লাগিব। ভনীটিৰে সৈতে আমি তেতিয়া সংখ্যাত পাঁচ গৰাকী আছিলোঁ। এই পাঁচোটাৰ ঠাই ভৰ্ত্তি হৈ এফালে অকণমান আছে—কিন্তু দুজনৰ ভিতৰত কাক সেই ঠাইচমকা অধিকাৰ কৰিবলৈ মাতিম—ভাবিলোঁ। ইমান দূৰ বেছেৰীসকলে গাড়ীৰ লগত সমানে আঁনিয়াআঁনি কৰি খোঁজ কাঢ়িব

নোৱাৰে—ঈশ্বৰেতো আৰু ঘোড়াৰ দৰে দীঘল দীঘল ঠেঙ্গ লৰিবৰ শক্তিস্বৰূপে প্ৰদান কৰা নাই ! শকত-আবতজনক ঠাই দিবলৈ হেঁচিঠেলিও নহয় । সুদৃঢ় গাড়ীখনৰ আবৰণখনে বাধা দিয়ে—শেহত, অলপ লেৰেলাজনকেই মতা হল। অইনটিয়ে গাড়োৱাণৰ এচুকতেই ঠাই নিৰ্দ্দিষ্ট কৰিলে !

**62/2 Beadon St.** সেই ঘৰটি গাড়োৱান-জনেও চিনি নেপায়—কিন্তু, আমাৰ কপাল ভাল —বাটৰ মানুহৰ নয়ন-দৃষ্টি পেলাবলৈ—নে, বোর্ডিং-টোৰ চিন্ ৰাখিবলৈ, কব নোৱাৰোঁ—নিগ্ৰো বালক-টিৰ আনন্দ-উদ্বাহু মেলি আহ্বান কৰা—সেই সহাস্যমুখ প্ৰতিমূৰ্ত্তিটিয়ে, সেই গৃহটি, আগৰ দৰেই চিনাই দিবলৈ অকণমানো কৃপণালি নকৰিলে !

আগমনীৰ চিন্ জ্ঞাপন কৰিবলৈ, উলাহৰ মাদলি শৰীৰটিয়ে, গাড়ীৰ পৰা নামি, একেবাৰে কাকো নেদেখি, ওপৰৰ দু’তলা পালেগৈয়েই । সমাৰ্জ্জনীৰে সৈতে, গৃহ-আৱৰ্জ্জনা দূৰ কৰা—চাকৰ এটাক নাম সুধিলোঁ। সি কলে “ওপৰমে হ্যায়”; এতিয়া বলা—ওপৰমে !

**বোৰ্ডিঙ্গৰ ছোৱালীবিলাকৰ চঞ্চল, হাঁহি-**

কোঢ়াল, কল্‌কলোৰণীত মুখৰিত গৃহটি, নিজ্জান— কঁাহপৰি জীণ যোৱা। কলেজৰ প্ৰোফেচাৰ সকলে নিৰীহ ছাত্ৰবিলাকক বাক্‌চাতুৰী শুনোৱাবলৈ যুক্তি কৰাত—তাত আবদ্ধ হৈ থকাত, এটা নীৰব ভাবেৰে জীণ্‌ পৰি আছিল।

দুপৰীয়া, কলেজ থকা দিনত, তাত মোৰ কেতিয়াও পদাৰ্পণ হোৱা নাছিল—সেই বাবে নতুন যেন লাগিলে।

বন্ধু এগৰাকীৰ বোৰ্ডিঙৰ চলিত নাম কাঢ়ি মাতিলোঁ; কাৰণ, তেঁওৰ আছল নামটো প্ৰায় লুপ্ত। চাকৰ-বেয়াৰা, ছোৱালী-মাষ্টৰণী সকলোয়েই সেই নামটোহে চিনি পায়।

মোৰ সেই দীঘল মাতত, গাত আলোৱান এখন মুৰে গায়ে লোৱা—মানুহেই নে, কাপোৰৰ টোপোলায়েই, চিনিব নোৱাৰা—ৰদৰ ফালে পিঠি দি বহা—এটি সুন্দৰ মুখে ঘূৰি, চকুদুটাই মোৰ ফালে চালে। বেছেৰীৰ ওচৰত, আসন্ন পৰীক্ষাৰ বাবে পঢ়িব ধৰা কিতাপ এখনি, মেলখোৱা অবস্থাতে, মাটীতেই পৰি আছে।

তেওঁৰ কোৱা কথাষাৰিত বুজ পালোঁ—

বিহুয়ে মোকেই অকলে বিততীয়া কৰা নাছিলে—সেই বতাহ এছাটিয়ে বন্ধুদ্বয়ৰ গাতও ভালকৈ লগাই, মোৰ দৰ্শনৰ বিলম্ব দেখি, সেই বিষয়ে সন্দিগ্ধহৈ, দুয়োগৰাকীকেই আমাৰ দৰে সৈনিকৰ সৈতে, শিবপুৰ বোটানিকেল গাৰ্ডেনৰ ফালে লৰ মৰোৱাইছে !

যাব নেপাব ভয়ত, মোৰ আগতেই, যোৱাৰ উখলমাখলভৰা—সেই স্থিৰতা নথকা অবস্থাটি এবাৰ ভাবি হাঁহি উঠিল ।

বেছ হল—মইতো জব্দ হলোঁ । নানা উৎ-কণ্ঠাৰে সৈতে চিঠি লেখা সত্বেও যেতিয়া হায়ৰাণ হও, শ্ৰীহস্ত লেখা, এখন চিঠিয়েও তেঁওলোকৰ চিঠিৰ সংখ্যা নবঢ়ায়—তেতিয়া কেনেকৈনো জানিব—মই যাম !

ঘূৰি আহি, নীৰৱে নতবদনে কাপোৰৱ সুঁত এটা চিঙ্গি চিঙ্গি জনালোঁ—তেঁওলোক আগেয়েই গৈছে ।

গাড়ীখন, আকৌ ট্ৰামগাড়ীৰ **Centre**ৰ পিনে লৰ মৰোৱালে । কিন্তু, হৰিঐ ! ট্ৰামগাড়ীৰও কিছু সময়ৰ বাবে, হবপায়, একাদশী আছিল !

তেন্তে উঠা—অইন এখন গাড়ীত ! বদলি কৰিবলৈ উপযুক্ত পয়ছাত টিকট কিনি, যোৱাৰ বাবে, ততাতৈয়া আৰু বিয়াকুল হোৱা দেহাকেইটাক বহুৱাই দিলোঁ।

বদলি কৰিবলৈ নামোঁতেই, দু'খন কি তিনি খন গাড়ীয়েও আমাৰ ফালে কেৰাহীকৈও নেচাই, লোহাৰ লাইনৰ ওপৰেদি বাগৰি গুছি গল। ৰই ৰই, বাটৰ পিনে চাই চাই, চকু বিষালে—'মানি-বেগ'ৰ অৱস্থা জানিও—ইমাননো ৰাহু-শনিৰ চকুত পৰিম, নভবাকৈ অনা সম্বলখিনিৰ শোচনীয় পৰিণামৰ বিষয়ে অভিজ্ঞ হৈও, বাৰে বাৰে হাঁক দিও, মনটোৱে ইফাল সিফাল কৰিলেও 'ট্যাক্সি' এখন মাতিবলৈ সাঙ্কেতিক চিন্‌স্বৰূপ, হাত উদ্যত কৰিবলৈ ৰক্ষী এজনক নিৰ্দেশ কৰিলোঁ !

পুহৰ সংক্ৰান্তি। বহু পূণ্যলোভাতুৰ যাত্ৰীৰে বাট পূৰ্ণ হোৱাত, মটৰৰ হৰ্ণটো বাৰে বাৰে বাজি —কিতা কাপোৰপিন্ধা, কোনোবা বা পট্টবস্ত্ৰ পৰিহিতা—মূৰৰ ওপৰত, হাতৰ তলুৱাত, ককালত বহন কৰা, সেই ভাৰবাহী দেহাবিলাকক ত্ৰস্ত ভীত কৰি, একত্ৰীয়া হবলৈ বাধ্য কৰিছিল। ধৰ্ম্ম বা

পূণ্য-উপাৰ্জ্জন কৰাত এটা নিছা আছে হবপায় ! সেইবাবে, মই একো নকওঁ—পাঠকপাঠিকাসকলে অভিজ্ঞ দৃষ্টিৰে সৈতে, ভালকৈ গমিপিটিকি চাব !

আমাৰ ভাৰতত যে ৫৫ লাখ সন্ন্যাসী, ভাৰত-বৰ্ষৰ দৰে, বৃহৎ সাম্রাজ্যৰ অধিবাসী সকলৰ দৈনিক উপাৰ্জ্জন 'গড় প্ৰতি' তিনি পইছা—দুখীয়া কঙ্কাল-সাৰ নিঠকুৰা মগনিয়াৰ সংখ্যা, মই থিৰাংকৈ কব নোৱাৰোঁ—তেও চাৰিজন-চাৰিজনকৈ লাইন কৰি থিয় কৰালে, এহেজাৰ মাইলতকৈও দূৰণি বাট পাবগৈ, সেই বিষয়ে কিন্তু নিঃসন্দেহ !

বাটৰ দুয়োফালে লাইন কৰি বহা, ভিখাৰী বিলাকৰ মাজত—যাত্ৰীৰ ভিৰত বৈ-বৈ যোৱা, জাৰৰ ভয়ত আবৰণ-আচ্ছাদিত মটৰখনিৰ ভিতৰৰ পৰা, কে'জন মানক কিন্তু মোৰ চকুদুটাই বিস্ফাৰিত কৰি, আচৰিত হৈ চাবলৈ বিয়াকুল কৰি পেলাইছিল।

লোহাৰ গজালৰ দৰে, আগভাগ জোঙ্গাল নহলেও, প্ৰায় তেনেবিধৰ এখনি পিড়াৰ নিচিনা আসনত, এজন সন্ন্যাসী অৰ্দ্ধশায়িতহৈ পৰি আছে। তেঁওৰ ওচৰত যাত্ৰী-প্ৰদত্ত মিহলোৱা ডাইল-

চাউল—এইটো মই প্ৰত্যেকজনৰ ওচৰতেই দেখি আহিছোঁ।

বেগাবেগিকৈ মলাজপা—আভূমিচুম্বিত জটা-জুট লম্বিত সন্ন্যাসী ব্যতিৰেকে, সেন্দুৰ-লেপিত দুটা দমৰা গৰুও দেখিবলৈ পালোঁ।

ঠহৰ কৰে, বিবেকানন্দৰ এটা কথা মনলৈ আহিল। এবাৰ দৰিদ্ৰতাৰ ভীষণ মূৰ্ত্তিয়ে, অনাহাৰ-দৈন্যতা, দেশময় স্থাপন কৰাত, স্বামীজীয়ে, টকাৰ গাদীৰ ওপৰত বহি থকা মাড়োৱাৰিসকলৰ দুৱাৰ দলিত থিয় দিবলৈ বাধ্য হোৱাত, মাড়োৱাৰী এজনে গো-মাতা-ৰক্ষিণীত টকা দিবলৈ খোজাত, তেওঁ ৰুষ্টহৈ কলে "দেশত মানুহ মাতা মৰি যাব ধৰিছে, তোমালোকে গোমাতাৰ উদ্ধাৰ কৰিব খুঁজিছা!" এইদেশ, সঁচাকৈয়েই মানুহমাতাৰ সন্তান নহয়—সচাকৈয়ে, গো-মাতাৰেই সন্তান!

জাৰত, অবগাহণৰ পাছত, 'চানাচুৰ' 'পাকৌৰী' বাদামভজাৰে মুহুদি মৰাত ব্যস্ত, বালকবৃদ্ধ-আবালবনিতা সকলৰ পিনে চাওঁতে, এটা দীঘলীয়া হুমুনিয়াহ ওলাই পৰিল!

ঈশ্বৰৰ বৰ দয়া—শৰীৰৰ ওপৰত, ইমান

অত্যাচাৰ কৰি কৰি থকাতো—বিদেশী উন্নত জাতিয়ে দীনতা দেখুৱাই মূৰ্খামি অন্ধ-কুসংস্কাৰলৈ আঙুলিয়াই, জগতবাসীক এটা বিশেষ শিক্ষা দিবৰ বাবে, এই জাতিটোক এতিয়ালৈকে জীয়াই থৈছে। ইইতৰ পৰা অইন একো উপকাৰ হওক নহওক—অনভিজ্ঞতাৰ অনুতাপে এটা বিশেষ শিক্ষা দিয়ে!

ঘাটৰ মুখতে কে'জনমান অসমীয়া ডেকাৰ লগত, আমাৰ দেখা হল। আটাইকেউজনক চিনি পাবৰ শক্তি নথকাতো আঁতৰৰ পৰা লাহেকৈ কলোঁ "এওঁলোক নিশ্চয়েই অসমীয়া লৰা—ধুতী পিন্ধিবৰ চেঙটিয়েই প্ৰমাণ দিছে"।

এদিন টালিগঞ্জৰ ফালে যোৱা ট্ৰামত, অসংখ্য বঙ্গালী মানুহৰ মাজত—দুটা লৰাক পৰস্পৰে কোৱা সামান্য এষাৰ কথা "বলক"—এই এটা শব্দই আচৰিত কৰি, আনন্দৰ মাজতো এটা অপূৰ্ব্ব আনন্দৰ বাগিয়ে, যিমান দূৰলৈকে পাৰে—পছাৰ নেপেলোৱাকৈ দৃষ্টিটিয়ে তেঁওবিলাক দুয়ো-জনকেই অনুসৰণ কৰিছিল—কিবা এটা হৰ্ষে, উলাহেনো জলমলাই পেলাইছিল—সেই কথাটো অকস্মাতে মনলৈ আহিল।

[২]

স্বদেশনো কি—তাৰ মানুহ, আচাৰ ব্যৱহাৰ, সাজপাৰে, এদিন অকস্মাতে নয়ন-মন সাৰ্থক কৰি দিয়ে আনন্দত বিয়াকুল কৰি পেলায় ! ধুবুৰিৰ পৰা সদিয়ালৈকে প্ৰত্যেক অসমীয়া মানুহ কিমান নো আপোনজন, কিনো এটা অধিকাৰৰ দাবীয়ে হৃদয় মন অধিকাৰ কৰে—হওক লাগিলে তেঁও হিন্দু বা মুছলমান ! যি কোনো সম্প্ৰদায়ভুক্তয়েই হওক—আমাৰ বৰ গপৰ বস্তু—আপোনাৰ জন—পৰমাত্মীয় !

প্লেটফৰমৰ ওপৰেদি আহি নৈ' মাজৰ দলংখনৰ ওপৰত থিয় দিলোঁ। ভ্ৰমণাভিলাষী, ফিৰিঙ্গি চাহাব-মেমৰ প্ৰায় সকলোৰেই হাতে হাতে একোটা একোটা ছুটকেচ বা বেতৰ বাকছ ! ভিতৰত নো কি আছে—টলকি ললোঁ।

স্বাস্থ্যৰ চানেকী এটি নিপোটল শিশুয়ে, আভিজাত্য-গৰ্ব্ব পাহৰি, শিশুৰ হাঁহিৰে অভিবাদন কৰিলে। বেঞ্চিখনৰ পৰা উঠি থিয়হৈ সৰল সুন্দৰ অভিবাদনৰ পৰিবৰ্ত্তে, তাৰ হাতখন ধৰি ৰঙা গাল দুখনি টিপি দিলোঁ। তাৰপিছত,

আমাৰ বহুতো কথা হল—কিমাননো কথা পাতিলোঁ—বাকী নাই।

শিশু—সৰ্ব্বত্ৰই, সকলো সময়তেই তাৰ শিশু সুলভ আচৰণ। স্বৰ্গৰ যেন এপাহি পাৰিজাত ফুল, ঈশ্বৰৰ দূত—কোনো আপোনপৰ বিচাৰে শিশু হৃদয়ত আধিপত্য বিস্তাৰ কৰিব নোৱাৰে! যিশুখৃষ্টৰ বাণী—"স্বৰ্গৰাজ্যখনি শিশুৰ হাঁহি-মুখতেই"!

জাহাজৰ, খালাছীৰ পৰা ভদ্ৰ সন্তানসকলৰ হাঁহি-কৌতুক দৃষ্টিৰ পিনে চাই গামূৰ শিৰশিৰাই গল! এই বিলাকেই হেনো 'পৰ্দ্দানসীন'—লাজ-ধৰম হেনো ইহঁতৰেই বেছি—নাৰীত্বৰ অপূৰ্ব্ব গৰিমাপূৰ্ণ শীলতাই হেনো অখণ্ড প্ৰতাপে ইহঁতৰ গাতেই ৰাজত্ব কৰিছে! লাজত মূৰ চিগি পৰিবৰ দৰে হল! অলপ সময়ৰ বাবে চকু মুদিলোঁ।

মন গল—চিঞঁৰি দিওঁ কই—সেই লাজকুৰীয়া ভদ্ৰমহিলাসকলক! নিলৰ্জ্জতাৰ বাবে কেইআমাৰ মান কওঁয়েই!

যাৰ যিটো স্বভাব—ধৰ্ম্ম বুলি ভাবে—আঙ্গুলিয়াই দেখুৱাই দিলেও বুজ পাবনে?

চকু দুটাক শাস্তি দিবৰ মনেৰে **Waiting room** টোতেই আহি বহিলোঁহি। ৰুমালৰ দৰে মূৰত বগাটুপি পিন্ধা, গামূৰত বগা কাপোৰ লোৱা, পাওডাৰেৰে মুখখন লেপি থোৱা—ফিৰিঙ্গি নাচৰ্গৰাকীৰ পিনে চকু পৰিল!

বগা চামড়াৰ হাতমোজা পিন্ধা হাতখনিত, সেই মুখখনিত অকণমানো মাধুৰ্য্য নাই—যাতে, ক্ষোভিত চকুদুটাই সাৰ্থক হৈ, শুশ্ৰূষা-পৰায়ণতাৰ মাধুৰ্য্যভৰা কোমলতা লক্ষ্য কৰি, সেই বিষয়ে এটি মোহন মধুৰ পট আঁকি লব পাৰে!

ডাঙ্গৰ ডাঙ্গৰ পৰ্ব্বতাকৃতি ওখ প্ৰাসাদৰ দৰে মাস্তুল থকা জাহাজবিলাক—সেইবিলাকৰ সমুদ্ৰ অভিমুখে যোৱা—ঢৌ কোবাই কোবাই গমণৰ বিষয়ে, এটি ছবি মানস-পটত আঁকি ললোঁ।

সেই জাহাজৰ, এচুকতো, অকণমানো ঠাই পাবৰ স্পৰ্দ্ধা কেতিয়াও মোৰ নহয় জানোঁ—কিন্তু, উচ্চাভিলাষে বলেৰে মনৰ চুকত তাৰ আসন পাতিলে!

কোনো সাহিত্যিকৰ মনত, এনেকুৱা বাওনাই চন্দ্ৰ ধৰাৰ আশা আহিছিলে নাই—কব নোৱাৰোঁ!

কিন্তু, মানুহৰ স্বভাৱ—সময়ে সময়ে উচ্চাকাঙ্ক্ষাই প্ৰলোভিত কৰে !

সৈনিক দুগৰাকীৰ আদেশ-মতে "মোহিনী" নামেৰে সৰু ফেৰী ষ্টীমাৰখনিত লৰালৰিকৈ উঠিলোঁ।

আয়তনত ক্ষুদ্ৰ, অসংখ্য যাত্ৰীৰ হেঁচাঠেলাত জানোছা ঠাই এচমকাও আমাৰ বাবে উদংকৈ নেথাকে—জানোছা তাতো বুঢ়া আঙ্গুলি দেখিব লগাত পৰে—ভাবি, পাঁচজনীয়ে বেঞ্চি এখন অধিকাৰ কৰি তাতেই বহিলোঁ। ৰক্ষী দুজনে, কেজনমানৰ লগত ভাগ কৰি, শাৰীপূৰাই, অইন এখনত দেহ-ভাৰ থলে।

**Statesman** এখন হাতত লই বহা, গৰম মোজা পিন্ধা, ছাইবৰণীয়া কামিজে শীত ভাব নিবাৰণ কৰা, এটি ডেকাব পিনে চকু পৰিল। ফিৰিঙ্গি মেম দুগৰাকীৰ হাঁহিৰ কোঢ়ালত বেছাৰীয়ে এবাৰ এবাৰ তেওঁৰ পাঠত নিমগ্ন চকু দুটা ডাঙ্গি সেইপিনে চাই লইছে !

যৌৱনৰ চিন্‌নথকা, স্ফুৰ্ত্তিৰ লেশ মাত্ৰ নথকা সৰ্ব্ব অৱয়বৰ লগত, এগৰাকী হাঁহি-উজলা বৃদ্ধাক

ৰিজাই চালোঁ! এনেকুৱা সঙ্গত—এনেকুৱা বাগিছাত ডেকাটীক ছাগলীয়ে খোৱা মৰহিপৰা গছ এজোপাৰ দৰেহে লাগিছিল!

ইংৰাজ জাতিটোৰ প্ৰতিচ্ছবি পৰা জাতিটো যলৈ যাব, যিপিনে সিহঁতক দেখা যায়, ততেই আনন্দৰ স্ফুৰ্ত্তিত পৰিপূৰ্ণ। যেন, যৌৱনক ওভতনিয়ে নিস্ফল আক্ৰমণ কৰি উভতি উভতি গইছে! আমি সদায়েই, সকলো সময়তেই চিন্তান্বিত—বিমৰ্ষতাই আমাৰ মনত খুঁটি পুতি যেন, আনন্দ-স্ফুৰ্ত্তিক আঁতৰাই থৈছে! নিৰ্দ্দোষ আনন্দ কাক বোলে, আমি পাহৰিয়েই গৈছোঁ —আমাৰ ওচৰত, সেই বস্তুটোয়ে চিৰনিৰ্ব্বাণ লাভ কৰিছে!

ষ্টীমাৰখন আঁকাই-বঁকাই—কাঁইটীয়া চকাটোৰে পানী মথি সাবোন-ফেনৰ দৰে কৰি, চেঁচা বতাহেৰে বা দি যাব ধৰিলে!

কিবা এটা গহীনতাই আমাক কিছু সময়ৰ বাবে নীৰৱ কৰি ৰাখিছিল। আমাৰ সঙ্গীদলৰ সহাস্যপূৰ্ণ কথাবাৰ্ত্তাই মোক হিংসাকুৰীয়া কৰি পেলালে!

বোর্ডিং-নির্ব্বাসিতা অকণমানটিয়ে, লুভীয়া চকুৰে এটি ৪।৫ বছৰীয়া লৰাৰ কার্য্যকলাপ নীৰৱে চাই আছিল! গাত গৰম কাপোৰ এখন দি সুধিলোঁ "বৰ জাৰ নহয়নে" ?

মিচিকিয়া হাঁহিটীৰ বাজে, উত্তৰত একোকেই নুশুনিলোঁ। কথা পাতিবৰ ছল বিচাৰি আকৌ সুধিলোঁ "তোমাৰ ভাল লাগিছেনে ?"

গহীন গম্ভীৰতাই যদিও মানুহক বহুত আপদৰ পৰা ৰক্ষা কৰে—মৌনতা এটা ব্ৰতৰ ভিতৰত—কম কথা কবলৈ খোজা, বাৰে বাৰে চেষ্টা, বহুকাল ব্যাপী সাধনাৰ ফল, তথাপি, এনেকুৱা ঠাইত নীৰৱতাই বিৰক্তি জন্মালে !

জাৰত হঠাতে ৰোমাঞ্চিত হোৱা, ছোৱালীটিক সাৰটি সুধিলোঁ "কলিকতা, তোমাৰ ভাল লাগি-ছেনে" ? মুখৰ পিনে চাই উত্তৰ দিলে "নহয় বেয়া—আমাৰ দেশখনিহে ভাল"। কাণৰ ভিতৰেদি, যেন কিবা এটাই অন্তৰত সোমাই প্ৰাণ আকুল কৰিলে !

মহাত্মাজীৰ মনোৰম অসমখনিৰ এটা ৰহণলগা জেউতী চকুৰ আগেদি জলমলাই গল !

"নমামি, নমামি জন্মভূমি
অসম, অসম তুমি পূণ্যভূমি।
শিৰে তব শোভে সদা শুভ্ৰকীৰিতি
গিৰিবননিয়ে আছে বেৰি চৌভিতি
ধন্য জননী তুমি বীৰ প্ৰসূতি
ধন্য অসম যাৰ জন্মভূমি"

এই কেইটা লাইনে কিবা এটা ভাবত বুৰোৱাই পেলালে!

তাৰ পিছত কলোঁ "কেলেই, এই কলিকাতা খননো কি বেয়া হে! ইমান ডাঙৰ ডাঙৰ ৰাজ-কাৰেঙৰ দৰে ধুনীয়া পকী ঘৰ—ঠায়ে ঠায়ে পাৰ্ক, গড়ৰ মাঠ, ভিক্টোৰিয়া মেমোৰিয়াল, যাদুঘৰ, চিড়িয়াখানা, বায়স্কোপ-চিনেমা—চাবলগীয়া ইমান বস্তু আছে—ফুৰিবলৈ ইমান ঠাই থকাতো তোমাৰ অসমখনিনো কেনেকৈ ভাল লাগিলহে" ?

নীৰৱ থোকাখোমোজা চকুৰ দৃষ্টিটায়ে মোক বহুত কথা জনাই দিলে!

মনোৰম আসামত ৰাতি পুৱাবে পৰা চকুমেলি যিপিনে চাওঁ—এটা মোহন-মধুৰ সৌন্দৰ্য্যই আমাৰ নয়ন-মন সাৰ্থক কৰি দিয়ে!

গোটেই পৃথিবীৰ সৌন্দৰ্য্য গোটখোৱাহ তুলনা কৰিলেও হবপায় জোৰা নিমিলিব! কিন্তু, আমাৰ দেশত কিতাপ নাই, উপন্যাস নাই, কোনেও আমাৰ অসমৰ সৌন্দৰ্য্য, দেখা-বস্তুৰূপে পঢ়িবলৈ সুযোগো নেপায়—নেজানেও! অসমত যি কেইগৰাকী শিক্ষিত আছে, তেঁওবিলাকে কিতাপেই নিকিনে—লেখকজনক এইবাবে শ্ৰদ্ধাও নেদেখুৱায়! অইনে অসমীয়াক জানিব নো কেনেকৈ?

কি এটা নীৰব গভীৰতম ভাবে অন্তৰ স্পৰ্শ কৰিলে—এবাৰ জাহ্নবীৰ জল-ধাৰাৰ পিনে চালোঁ। পূত-পবিত্ৰ গঙ্গা নৈখনিক যেন, কোনোবাই লোহাৰ শিকলিহে পিন্ধাইছে! তাৰ সেই মুক্ত স্বচ্ছগতি নাই—কলিকতাৰ আৱৰ্জনা-বাশী নীৰৱে বক্ষত ধাৰণ কৰি যেন, বৃটিশৰাজৰ আদেশহে পালন কৰিছে! তাৰ সেই স্বাধীনতা নাই—অসংখ্য নাও, জাহাজ, ষ্টীমাৰ, লাঞ্চবোটে পানীৰ মাজে মাজে ওপঙ্গা টোমবিলাকে গঙ্গানৈ'খনিক যেন এডালি লোহাৰ শিকলীৰে বান্ধি মেৰিয়াই থৈছে!

সূৰ্য্যৰ স্বৰ্ণ-বৰণে, কিন্তু তাৰ হেম-ৰশ্মি শৃঙ্খলিতা অবনতা নৈৰ বহল বুকুত পেলাই পানীৰ ওপৰত ঠায়ে ঠায়ে এটা চিক্‌চিকীয়া জেউতী দীঘলকৈ আঁকিবলৈ অকণমানো কৃপণতা কৰা নাছিল !

ষ্টীমাৰখনে, শিবপুৰ তক্তাঘাটৰ যাত্ৰী আমদানী ৰপ্তানী কৰি, অসংখ্য যাত্ৰীৰে সৈতে বোটানিকেল ঘাটত লঙ্গৰ তুলিলে।

কলিকতাত যি সকল আছে, তেঁওবিলাকে নিশ্চয়েই বুজ পাব—এদিন মুকলি ঠাই মুকলি বতাহে, সুন্দৰ চকুজুৰোৱা প্ৰাকৃতিক সৌন্দৰ্য্যই, কিমানখিনি অভিভূত কৰি পেলায় ! দেহমনৰ ওপৰেদি কিনো এটা পুলকৰ বতাহ বৈ যায় ! কেনেকৈ অভিভূত কৰি অন্তৰে যেন কিবা এটা বস্তুৰ আস্বাদ পাই কয়—“মই তোমাক পাইছোঁ —মই তোমাক পাইছোঁ ; হেৰা সৌন্দৰ্য্য, মই তোমাক পাইছোঁ !

ঈশ্বৰে যদি সেই মুহূৰ্ত্ততেই মোৰ বয়স কিছু কমাই দিলেহেঁতেন, কৈশোৰৰ সেই দিনটি যদি ফিৰাই দিলেহেঁতেন, তেন্তে—লৰি লৰি, ফুৰি ফুৰি,

হাঁহি, গান গাই, এই সৌন্দৰ্য্য-সুষমা এবাৰ ভালকৈ উপভোগ কৰি ললোঁহেঁতেন !

অকস্মাতে, ধুবুৰিৰ সাহিত্য-সন্মিলনীত চোৱা —"জয়মতী" থিয়েটৰখনৰ—পখিলাৰ পাছে পাছে লৰিফুৰা, পৰ্ব্বত-সুন্দৰী নগাজীয়ৰী ডালিমীৰ চিত্ৰটী, চকুৰ আগত ওপঙ্গি উঠিল !

গদাপানী-প্ৰেমত বুৰ যোৱা, আজলী ডালিমীৰ চিত্ৰটীয়ে, এটা চক্‌মকোৱা জেউতী চকুৰ ওপৰেদি জলমলাই, অন্তৰৰ ভিতৰত কিবা এটা মধুৰতাই সানি লেপি পেলালে !

অমিত্ৰাক্ষৰ ছন্দৰ কবি মাইকেলৰ পঞ্চবটী বনৰ সেই বৰ্ণনাটী মনলৈ আহিল।

"তুলি কুবলয়ে অতুল ৰতন সম পৰিতাম কেশে
সৰসী আৰশী মোৰ—

আমাৰ বিহুৰ নিৰ্দ্দিষ্ট—ৰঙ্গা পুষ্পলতা শোভিত ইটাসজা গৃহটীৰ আগতে পুখুৰী পানীত, বুকু উজলাই ফুলি থকা, পদুম ফুলবিলাক দেখি, ৰাঘৱ-বাঞ্চা সীতাদেবীৰ দৰেই, কেটামান পদুম ফুল খোপাত পিন্ধিবলৈ মন গল !

কিন্তু, সেই পঞ্চবটী বনৰ প্ৰবক্তৃাসকলৰ দৰে

আমাৰ এইবিষয়ে মুক্ত স্বাধীনতা নাই—অলপ পাছতেই গম পালোঁ !

যৌবন-মুকুলিত কে'জনমান ডেকাই, গার্ডেন-শোভিত নিজান ফুলবিলাকৰ সার্থকতা, তেঁও বিলাকে গছৰ মূৰতকৈ স্বীয় স্বীয় হস্ত আৰু কোটৰ বুকুৰ বুটাম-বাটতেই অতিৰিক্ত শোভনীয় বিবেচনা কৰি, তাতেই ঠাই দিবলৈ ব্যগ্ৰহোৱাত—পুষ্প ৰক্ষক সৈনিকসকলে কোঢ়াল লগোৱাত, মোৰ ভ্ৰাতৃ ডাঙ্গৰীয়াই, মালিবিলাকক এই বেৰসিকতাৰ বাবে—ডেকাবৃন্দৰ হস্ত শোভনত বাধাপ্ৰদান কৰা, পুষ্পৰাজিৰ মূল্য বুজ নোপোৱা, এই মূৰ্খবিলাকক বেছ দু'এযাৰমান কথা শুনাই দিলে !

কিন্তু, সৌভাগ্য যে, ডেকাসকলে ইয়াৰ পৰিণাম বিষময় হব জানি—আমাৰ বিহুৰ আনন্দ কোন্ এটা ধুমুহাত উৰি যাব—সন্দেহ কৰি, সেনাপতিসকলৰ কৰ্ণগোচৰ নকৰিবৰ বাবে, সৈনিকসকলৰ লগত 'মধুৰেণ সমাপয়েৎ' ব্যবহাৰ কৰিলে !

কিন্তু, তথাপি, 'ফাৰ্ণ হাউছ'ৰ জনবিৰলতা

সুযোগত, কেগোছমান 'ফাৰ্ণ' আৰু সৰু সৰু ফুলে আমাৰ ব্লাউজৰ তলত আশ্ৰয় নোপোৱাকৈ নেথাকিলে !

মানুহৰ ৰুচিৰ কিমান পৰিবৰ্ত্তন দিনকদিনে হব লাগিছে—কত নতুন নতুন সৌন্দৰ্য্যবাশীয়ে নয়নক নতুনত্ব দান কৰি, তৃপ্তি সাধন কৰিব লাগিছে—পাচদিনাব বস্তুবো পৰিবৰ্ত্তন হব লাগিছে, কিন্তু, আদিমকালৰ পৰা, বৰ্ত্তমান নতুন নতুন ৰুচি অনুযায়ী দিনতো ফুলে তাৰ প্ৰভাব সমভাবেই ৰক্ষা কৰি—বিজয় ঘোষণা কৰি, চিৰ নতুনত্ব দান কৰিছে ! ই এটা চিৰন্তনী সৌন্দৰ্য্য--চিৰযৌবনা !

আদৰিণীসভাৰ সভাপতি ডাঙৰীয়াই আমি উপস্থিত হোৱাৰ পাছতেই চাহ, সিঙৰা কেক্ সুমথিৰাটেঙ্গাৰে অভ্যৰ্থনা কৰি, কৰ্ত্তব্যৰ দায়িত্ব সমাধান কৰিবৰ বাবে অনুৰোধ কৰাত, আমিও সদ্ব্যবহাৰ কৰিবলৈ মনোযোগী হলোঁ ।

সেক্ৰেটাৰি ডাঙৰীয়াৰ উন্মুক্ত বক্ষৰ পৰিচয় জ্ঞাপন কৰি, নতুনত্বৰ অলপো চানেকী নিদি, বুটামৰ অভাৱত ছেফটীপিনেৰে আসোঁৱাহ

নিবাৰণ কৰি, মোটা খাদৰৰ পাঞ্জাবীটিয়ে, তাতোকৈ মোটা ধুতীখনে দৈহিক শক্তিৰ সাক্ষী জনাই, আদবিণীসভাৰ সভাপতিৰ গুৰুত্ব বিষয়ে জাননী দিছে !

লগৰ সঙ্গিনী কেইগৰাকীয়ে, বাগিছা পাইয়েই উপস্থিত তিনি গৰাকীৰ 'জিম্মা'ত পেলাই থই, সৌন্দৰ্য্য উপভোগ কৰিবৰ বাবে লৰ মাৰিলে !

উদয়ণ-বাসবদত্তাৰ—কামদেৱ মদনপূজাৰ সেই ফাকুৱা খেলৰ চিত্ৰটিয়ে অন্তৰ-দৰ্পনত ছাঁয়াপাত কৰিলে !

"অশোক কুঞ্জ উঠ্‌ত ফুটে
প্ৰিয়াৰ পদাঘাতে
বকুল হ'ত ফুল্ল প্ৰিয়াৰ
মুখেৰ মদিৰাতে"

সেউজীয়া মখ্‌মলৰ দৰে, ঘঁাহৰ প্ৰসাৰিত বিছনাৰ ওপৰেদি, লৰি যোৱাৰ দৃশ্যে, এই প্ৰতিচ্ছবি মনলৈ অনালে !

চৰণ-কমল স্পৰ্শত, কবিৰ ফুল ফুলুৱাৰ পৰা, একো আচৰিত নহয় !

দেহি ঐ! মই যদি কবি জন্ম পালোঁ। হেঁতেন!

"আমি যদি জন্ম নিতেম
কালিদাসের কালে,
দৈবে হতেম দশম রত্ন
নব রত্নের মালে,
একটী শ্লোকে স্তুতি গেয়ে
রাজার কাছে নিতাম চেয়ে,
উজ্জয়িনীর বিজন প্রান্তে
কানন-ঘেরা বাড়ি"।

নৰনাৰায়ণ ৰজাৰ দিনৰ, ৰত্নমালা ব্যাকৰণ প্ৰণেতা পুৰুষোত্তম-বংশধৰ পৃথিবীৰ বৰেণ্য কবি সম্ৰাট ৰবীন্দ্ৰনাথৰ 'সেকাল' পদ্যটোৱে ইচ্ছা তাৰত ঝঙ্কাৰ দি, সেই গত দিনৰ বাবে, চকু দুটা মুদাই, দীঘলীয়া হুমুনিয়াহ এটা অনাই, উদাসী কৰি পেলালে!

মননো কলৈ নেযায়?

আকাশৰ জোনাইক মন গলেই জানো ধৰিব পাৰি? কবিসকলে, সাহিত্যৰ সাধনা কৰি, কল্পনাক ধ্যান কৰি, সুন্দৰৰ উপাসক হওক, সত্যৰ

প্ৰতিষ্টা কৰক—কৰি থাকক—আমিতো তাৰ সোৱাদ পাম! চিত্ত-বীণাই সেই সুৰৰ ৰাগিনীৰ ঝঙ্কাৰ দিব নেজানিলেও সেই সুৰৰ মউবে অন্তৰ ভিয়াই পেলাবতো জানিব!

ইকি! সকলো বনৰাজিয়ে, গছগছনিয়ে, সকলো ফুলে যেন সিইতৰ শ্ৰেষ্ঠ সৌন্দৰ্য্য-সম্ভাৰ বিকশিত কৰি বতাহৰ কোব খাই মোক মাতিছে—"আহাঁ, আহাঁ, আহঁা!

চকু আজি কতো থিবেবে ৰব পৰা নাই! ইমান সৌন্দৰ্য্যৰাশীৰ ভিতৰত কাকনো আগেয়ে চাম?

"আহঁা, চাই যোৱা—মোক আগেয়ে চোৱা"—সকলোয়েই যে উত্ৰাৱলহৈ মাতিছে!

অধিক মাছত বগলী সচাঁকৈয়ে কণা হয়! মাটীত লুটি খাই পৰা, কাঁইটীয়া গোলাপৰ ডাল এটাই, তাৰ সৌন্দৰ্য্য সম্ভাৰ চাবলৈ ভৰিটোত আছুৰিয়েই দিলে! আঃউহ্‌কৈ হাতখন ফুৰাই-ছোঁহে, আকৌ অইন এটাই চেলেংখনৰ আগটোহে টানি ধৰিলে! একৰাই নিবলৈ যাওঁতে, সোৱৰণীত ৰাখিবলৈ, আঙ্গুলি এটাত কে'টা মান কাঁইট ফুটি

তুটোপমান ৰঙ্গাতেজ, ৰঙ্গা গোলাপ শোভিত ডাল এটাত মচিবলৈ বাধ্য কৰিলে !

"ভাবোঁ, কেতিয়াবা ফুলিছে গোলাপ
কাৰ তেজেৰেনো ৰাঙ্গলী হই
কোন্ প্ৰেমিকৰ ব্যথিত হিয়াৰ
নিৰাশ প্ৰেমৰ চানেকী লই"

ওমৰ-তীৰ্থ অনুবাদক গৰাকীক ধন্যবাদ দিবলৈ মন গ'ল ! পাৰস্য কবি ওমাৰ খৈয়ামৰ, অন্তৰৰ গভীৰ সুৰত তৰঙ্গ নচুৱাই, অসমীয়াক মনৰ গোপন কথাটো জানিবলৈ সুযোগ দিয়াত, শলাগ নলৈ নোৱাৰোঁ।

অন্যমনস্কহৈ বন্ধুকেইগৰাকীৰ লগত যাওঁতে, উজুটি খাই থমকি বুকুত ফুল উপহাৰ পোৱা, সজ্জিত গছ এজোপাত দৃষ্টি আবদ্ধ হল !

বতাহ পাই, নাচি নাচি সকলোৱেই সাদৰে আহ্বান কৰিছে "আহাঁ, চাই যোৱা—আহাঁ !

মেঘ দেখি, মৰাচৰাইৰ দৰে মোৰ মন আজি নাচিব ধৰিছে !

যিটো এটা দেখি ভাবিছোঁ—আঐ ! ইযাতকৈ আৰু ধুনীয়া নাই ! কিন্তু পছাৰ মেলোঁতেই আৰু

এটা সৌন্দৰ্য্যে দৃষ্টি টানি নিছে—তাৰ পিছত আৰু এটা—আকৌ আৰু এটাই চকু বিস্ফাৰিত কৰি অফুৰন্ত সৌন্দৰ্য্য-ভাণ্ডাৰ চাবলৈ বিয়াকুল হৈ পৰিছে !

শ্ৰান্তহৈ, ভাগৰি পুখুৰী এটাৰ পাৰতেই আহি বহিলোঁহি ! এলাহ-ভৰা ঢুলঢুলীয়া চকুদুটিয়ে কিন্তু সকলোপিনেই চাব ধৰিলে !

নয়ন সন্মুখত, পুখুৰী, পদুম, মৃণাল, পদুম-পাত ভোমোৰা, ৰাজহাঁহ সকলোৱেই আছিল !

কবিৰ চৰ্ম্ম-চকুৰ আগত ঈশ্বৰে তেঁওৰ অফুৰন্ত সৌন্দৰ্য্য-ভাণ্ডাৰ চিৰ উন্মুক্ত কৰি থয় ; কবিৰ মনত ভাবস্ৰোতৰ জোৱাৰ-ভাটা খেলাই থাকে—সেই উত্থানপতনত চিত্ত দোলা এবাৰ নামে—আকৌ কোন্ সুদূৰলৈ উৰা মাৰি যায় ! পৃথিবীৰ দুখসুখে কবিৰ চিত্ত-সাগৰত সোনকালে ঢৌ কোবাই ভাবৰ উজান বোৱাব পাৰে !

কিন্তু, সকলোৱেই তো আৰু কবি-জন্ম পোৱা নাই ! এই সাহিত্যিক-মেলে গবৰ্ণমেণ্টৰো ৰঙা চকু এবাৰ এৰাৰ থিৰ কৰি পেলায় !

কাগজ-অফিচ খানাতল্লাছি, গ্ৰন্থকাৰৰ কিতাপ প্ৰেছক্ৰোইবেই সাক্ষী !

ব্যবসা বাণিজ্যৰ পৰা ৰাজনৈতিক ব্যাপাৰ, সকলো নিৰ্ভৰ কৰে—লেখকৰ কাপটিত !

ভল্‌টেয়াৰৰ আখৰে, ৰজা-প্ৰজা ধনী-নিৰ্ধনীৰ মাজত কিনো এটা সংঘৰ্ষনৰ ধুমুহাৰ খুন্দা দিছিল, আৰু সেই প্ৰজ্জ্বলিত জুইত ঘৃতাহুতি প্ৰদান কৰিছিল—আলেক্‌জেণ্ডাৰ ডুমা আৰু ভিক্টৰ হিউগোৰ অমূল্য গ্ৰন্থৰাজিয়ে !

সাহিত্যিকসকলৰ তাপত এটা গোপন-সংবাদো বাজলৈ নোলোৱাকৈ নেথাকে !

সেইবাবেই, সাহিত্যিকসকল দেশৰ ভাগ্য-নিয়ন্তা—তেঁওসকলৰ কলমৰ চিঁয়াহীয়ে পৃথিবীত অভাৱনীয় কাণ্ড ঘটাই ভীষণ পৰিবৰ্ত্তন আনিব পাৰে !

গবৰ্ণমেণ্টে সাহিত্যিকসকলক অখণ্ড ক্ষমতা ভোগ কৰিবলৈ দিও দণ্ডডাল নিজৰ হাতত ৰাখিছে—সেইবাবেই হবলা !

ছোৱালী আমি সংখ্যাত আঁঠগৰাকী । বয়োকনিষ্ঠ চাৰিগৰাকী মহিলাই, আমাৰ সঙ্গ

অনভিপ্ৰেত ভাবি আগৰে পৰা পৰিহাৰ কৰি আহিলেও Sport চাই আনন্দ উপভোগ কৰিবৰ বাবে, আমাব সংলগ্ন বেঞ্চিখনতেই তেওঁবিলাকৰ দেহভাৰ থলে।

ডেকাসকলৰ High jumpএ ৰমায়ণ-বৰ্ণিত হনুমানৰ সাগৰ অতিক্ৰমণৰ দৃশ্যৰ কিছু পৰিমাণে চানেকী জনালে !

অঙ্গুলি আৰু মুখেৰে সৈতে সুমথিৰাটেঙ্গা-বিলাকৰ সুমথিৰা-জন্ম সাৰ্থক কৰি, সেই ঠাই ডোখৰত বাকলি আৰু চোবা অস্তিত্বৰ বাবে নিক্ষেপ কৰিলোঁ।

জানোছা, হঠাতে কোনোবা কবিয়ে তাৰ পৰাও ৰসাল কবিতা ৰচনা কৰি, সাহিত্য-জগতক দান দিয়েবা ! জানোছা, কোনোবা উপন্যাসিকৰ মগজে কল্পনাত সোঁত বোৱাই, সৌন্দৰ্য্যৰে বিভূষিত কৰি, ৰোমান্স উপন্যাস লিপিবদ্ধ কৰি থয়বা !

প্ৰত্নতান্তিক, কোনোবা ঐতিহাসিজ্ঞ জ্ঞানীয়ে মন কৰিলেই তাৰ পৰাও অমূল্য ৰত্ন উদ্ধাৰ কৰিবও পাৰেবা—নেজানোঁ !

আহোম-সেনাপতি লাচিত বৰফুকনৰ সোঁৱৰণি সভাৰ দিনা অসমৰ ভাগ্য-নিয়ন্তাসকলৰ, দৌড়া, জপাজপি, ৰুমালেৰে পৰস্পৰৰ ভৰি আবদ্ধ কৰি সেই অৱস্থাতেই অবিয়াঅবি কৰি লৰিবৰ দৃশ্য, নানা খেল, মুক্তগগনৰ তলত কলিকতা বিষয়ে একেবাৰে উদাসীনহৈ, প্ৰকৃতিৰাজ্যৰেই সন্তান —এই ভাবেৰেই ঢালখাই চাই আছোঁ। সকলোবিলাকেই আমাৰ হৰ্ষ উৎপাদন কৰিছে, কিন্তু, তাতোকৈও মোৰ সৌন্দৰ্য্যাভিলাষী চকুৱে আৰু এটা যেন সৌন্দৰ্য্যহে দেখিবলৈ পালে— কিন্তু, দিনদিয়েক পাছতহে গম পালোঁ— **Cinema** ত চোৱা **The last days of Pampei**ৰ বিষূবিয়াস্ পৰ্ব্বত ফাটোঁতে পোনতে এন্ধাৰ আৰু নানাবৰণহৈ, জুইৰ ডাঙৰ ডাঙৰ ফিৰিঙ্গতিবিলাক উফৰি উফৰি পৰি যে এটি সৌন্দৰ্য্যৰ চুড়ান্ত নিদৰ্শনৰ নমুনা দিছিল, এই সৌন্দৰ্য্যৰ তুলনা যেন তাৰ লগতহে দিব পাৰি!

এজন ডেকাক **Sport**ৰ ঠাইত কিবা এটা বিষাদময় ভাবেৰে থিয় দি থকা দেখা পালোঁ— তেখেতৰ মুখচকুৰ নানাৰবণে বিৰক্তি আৰু

আসোঁৱাহৰ চানেকী জ্ঞাপন কৰিছে! মই এই বিষয়ে অনভিজ্ঞ হোৱাত এজনা বন্ধুৱে ইয়াৰ অৰ্থভেদ কৰিলে!

তাৰপিছত, মুৰজোকাৰি ৰুমাল মুখত চেপি, হাঁহিৰ এটা ফাকুৱা খেলহে যেনিবা হল!

আমি সেই কথাটোলৈ মন কৰি ইমান হাঁহিব ধৰিলোঁ, ওচৰৰ বয়োকনিষ্ঠা এগৰাকীয়ে হাঁহিমুখে সুধিলে "সৌ লৰাজনে কেনেকৈ পৰি থেকেছা খালে ?"

সকলোৱেই হাঁহিব ধৰিলে! হাঁহিৰ যে এটা আকৰ্ষণী শক্তি আছে, মই ভালকৈয়ে বুজ পালোঁ।

ভোদা মানুহে হেনো তিনিবাৰকৈ হাঁহে! এবাৰ হাঁহে, মানুহৰ হাঁহি দেখি—দ্বিতীয়বাৰ হাঁহে, ভালকৈ বুজাই দিয়াত ;—শেষৰবাৰ হাঁহে, ইমান পৰে ইমান অতি উজুকথাটোও বুজপোৱা নাছিল!

চকুৰে ইঙ্গিত কৰি এজনাই জনালে—কিছু কথা! সকলোৱেই গহীন হৈ বহিলোঁ।

মানুহক চিনি পাবৰ এটা এটা সময় আছে—

সেই সময়ত মূৰ্ত্তি ওলাই পৰে। মানুহৰ অনুভূতি-জ্ঞানৰ মাজত তাৰ ছ্ঁা ধৰা পৰি যায়!

লাচিত বৰফুকনৰ সভাত সভাপতিৰ আসন গ্ৰহণ কৰিছিল—এজন হাঁহি-প্ৰফুল্লিত, ফেছন-বিগৰ্হিত ডেকাই!

"মই আগেয়ে সভাপতি বাব পোৱা নাছিলোঁ।" তেখেতৰ প্ৰথম অভিভাষণটিৰ কোৱা কেইটা কথাই, এই অগণ্য চকুৰ মাজত শোভিত নহব সন্দেহ কৰি, মিচিকিয়া হাঁহিটা আহি থাকিলেও, এইবাৰ কিন্তু দাঁত উলিয়াই নেথাকিলে!

খেলত জয়ীহোৱা ডেকাসকলৰ শিশু-সুলভ পুৰস্কাৰ নিবলৈ কৈশোৰত্ব প্ৰকাশ কৰাত, মনুষ্য জীৱনৰ মধুময় দিন "কৈশোৰ ধ্যেয়ম্" এই কথাটো মনলৈ আনিলে!

কিশোৰ আৰু যৌৱনৰ সন্ধিস্থলবৰ্ত্তী এজন ডেকাই ৰেলগাড়ীৰ দৰে একে উশাহে লাচিত বৰফুকনৰ **appreciation**টো পাঠ কৰিলে!

তেখেতৰ লৰালৰিকৈ শেষ কৰিবলৈ ব্যগ্ৰহোৱা পাঠটোৰ মাজৰ পৰা কিছুকথা হৃদয়ঙ্গম কৰিব

নোৱাৰিলেও ব্যগ্র কর্ণদ্বয়ে ৰচনাটো যে ভালেই হৈছে, সেই বিষয়ে কিছু কথা জনালে !

"আমাৰ দেশত যৌৱনশ্ৰী লাগে—যৌৱনৰ স্ফূৰ্ত্তি, উৎসাহ, আশা, অভিলাষ আমাৰ আকাঙ্ক্ষিত ; এইবিষয় জনাবৰ বাবে, কে' আষাৰমান কথা উপস্থিত অসমৰ ভাগ্য-নিয়ন্তা সকলৰ আগত গোচৰ কৰিবলৈ এজন ডেকাই ববকৈ প্ৰয়াস কৰিছিল—তেখেতৰ শব্দভৰাল কথাকোৱা গুণ নথকাত—হবপায়, কোনো সভা-সমিতিত বাক্‌পটুতাশক্তি অৰ্জ্জন কৰিবৰ বাবে নিজক নিযুক্ত নকৰাত, উদ্দেশ্য জ্ঞাপন কৰোঁতে অলপ ঠোকাঠুকি লাগিলেও শ্ৰুতি-মধুৰ হৈছিল !

এজন ডেকা, হবপায় নাগনিঅসমৰ—দেশৰ আশা-ভৰসাস্থল ৰতনসকলৰ, এটা একাগ্ৰতা ভাল কথা এটা শুনিবৰ বাবে প্ৰবৃত্তি নোহোৱা, এই সমাজত দুই এষাৰমান কবলৈ প্ৰয়াস কৰিছিল ।

উপযুক্ত শ্ৰোতা নহলে, অশেষগুণসম্পন্ন জ্ঞানী বাক্য-বীৰেও আসোঁৱাহ পায় !

আৰু এজনে কৈছিল "আমি বিদেশী বীৰৰ

নাম জানো, তেওঁৰ কাৰ্য্যকলাপ জানিবৰ বাবে উত্ৰাৱল হওঁ; জীৱন-চৰিতে আমাৰ মনোযোগ আকর্ষণ কৰে; কিন্তু, আমাৰ দেশৰ বীৰ, অসমৰ স্বাধীনতা-দূত লাচিত বৰফুকনৰ বিষয়ে একোকেই নাজানো—অইন দেশত, গুণীৰ আদৰ কৰিব জনা দেশত যদি এই লাচিতৰ জন্ম হৈ দেশৰ স্বাধীনতাৰ বাবে সংগ্ৰাম কৰি যদি মৃত্যু হলহেঁতেন, এই বীৰ লাচিতৰ স্মৃতি-সম্মানৰ বাবে, কিমান বিৰাট আয়োজন হলহেঁতেন!"

নেপোলিয়নৰ বাবেই ফ্ৰান্স বিশ্বপৰিচিত।

বীৰদেশৰ সন্তানে বীৰক সম্মান কৰিব জানে —তেওঁবিলাকৰ হৃদয়ত তাৰ ছাপ বহি যায়; হালবোৱা এজন খেতিয়কেও—খাবলৈ নোপোৱা ফটা কাপোৰ পিন্ধা এজন মগনিয়াইও সেই স্মৃতিৰ ওচৰত এবাৰ মুৰ দোঁৱায়—"।

তেওঁৰ কবলৈ খোজা কথাখিনিত যদিও একো ভাষা নাছিল; প্ৰাণমন উদ্দীপনা কৰিবৰ শক্তি নাছিল—তথাপি সৰল যেন, অন্তৰৰ কথা—এটা হৃদয়ভৰা সমবেদনা সুৰত সৰল কথা!

ইয়াৰ কিছু আগত, প্ৰবন্ধ শেষ হোৱাৰ

পাছতেই, ছেক্ৰেটাৰি ডাঙৰীয়াই মোক মনে মনে জনাইছিল—এই সভাত মইও কিছু কব লাগে।

কবৰ ইচ্ছা থাকিলেও, চঞ্চল পৰস্পৰৰ লগত কথাত ব্যস্ত—পৰিহাস-মুখৰিত এই সভাখনৰ পিনে চাই, অসম্মতি জ্ঞাপন কৰিলোঁ!

মনত হল—কথা শুনিবৰ বা সেই বিষয়ে কিছু অর্জ্জন কৰিবৰ ক্ষমতা, ঈশ্বৰে অসমীয়াডেকাক দিয়া নাই—ধৈর্য্যে, একাগ্ৰতাই, মনোযোগে, বিবেকক জ্ঞানেৰে তৃপ্তিদান কৰিবৰ আগ্ৰহে, এওঁবিলাকৰ ওচৰত চিৰ নিৰ্ব্বান লাভ কৰিছে

এই লাচিতৰ সভাত, অসমৰ ভাগ্য-নিয়ন্তা সকলৰ উদাসীনতাই, যেন, মোক বেতেৰে কোবাই, অন্তৰত কলা কলা আঁছহে বহুৱাই দিলে!

আমেৰিকাৰ স্বাধীনতা, বিদেশী পণ্যদ্ৰব্য পৰিহাৰ কৰিবৰ শক্তি প্ৰদান কৰিছিল—বোষ্টন কলেজৰ ছাত্ৰবৃন্দই; চীনৰ ৰাষ্ট্ৰীয় স্বাধীনতা, ফৰাছীৰ ধনী নিৰ্ধনীৰ সংঘৰ্ষনৰ বতাহ বোৱাইছিল—সেই সেই দেশৰ ডেকা সকলে; জাপানে পৃথিবীৰ উন্নত জাতিৰ সৈতে সমানে থিয় দিবৰ

ক্ষমতা পাইছে—স্বদেশপ্ৰিয়, উন্নতি-অভিলাষী, একাগ্ৰতা ভৰা ডেকাবিলাকৰ উদ্যমৰ পৰা !

যৌৱনত—আশা-আনন্দ, উদ্যম-উচ্চাকাঙ্ক্ষা বিবেকৰ শক্তিৰ যিমান বেছিকৈ জাগৰণ আছে, তিমানকৈ জীৱনৰ কোনোদিনতেই নাহে। ভাল কৰিবলৈ বা ভাল হবলৈ ইচ্ছা, দগ্ধপ্ৰাণ বৃদ্ধতকৈ ডেকাৰ বহুতগুণে বেছি।

সেইবাবেই হবপায়, আমাৰ দেশৰ জ্ঞানী শাস্ত্ৰকাৰসকলে বুঢ়াবয়সত বানপ্ৰস্থ অৰ্থাৎ ঈশ্বৰক ভজনা কৰিবৰ বয়স নিৰ্দ্দিষ্ট কৰি থৈছে !

যৌৱনত ঈশ্বৰৰ প্ৰভাৱ মানুহে খোজেপতি গম পায়—কিন্তু, কুটিলতাপূৰ্ণ স্বাৰ্থপৰ সংসাৰত, বহুত অবিশ্বাসে, বহুত তিক্ততাই, বহুত থেকেচাই, বিশ্বাসৰ গুৰিত যেন কুঠাৰেৰে ঘপিয়াই চিৰাচিৰ কৰি পেলায় !

আগৰদিনৰ, তত্ত্বজ্ঞানী, দূৰদৰ্শী সাধকসকলৰ মনোভাৱ জানিবৰ ক্ষমতা বা স্পৰ্দ্ধা মোৰ নাই—তথাপি, অনুমানৰ ওচৰতহে বুজ পাইছোঁ !

ফটো তুলিবৰ বাবে আহ্বান কৰাত, যি এটি

আসেঁাৱাহ এজনে উপস্থিত কৰিছিল, ক্ৰমে সেই মেঘটিও আঁতৰি গল !

চক্ৰাকাৰে সকলো লৰাছোৱালী একেঠাইতে বহিলোঁহি। মনলৈ আহিল—এই সময়ৰ বাবে, আজি আমি অসমআইৰ লৰাছোৱালী—এজনী আইৰ গৰ্ভজাত সন্তান !

ইমানবিলাক অসমীয়া ডেকাৰ লৈতে আহাৰত যোগ দিয়া, কোনোদিনেই সৌভাগ্য অহা নাছিল—সেইবাবে, অলপ ঠেনুমেঠেনে দিগদাৰ লগালেও, মুক্তগগণৰ তলত অনাম্বৰ প্ৰকৃতিসজ্জাৰ ওপৰত বহি,কলাপাতত খাবলৈ বৰ ভাল লাগিছিল !

চাৰিউপিনে, গছগছনি, ফুল-ফল চৰাইৰ কাকলি, ভোমোৰাৰ গুঞ্জন—তাৰে মাজতে আমি অসমীয়া লৰাছোৱালী ! মুকলি ঠাইৰ মুকলি সুগন্ধযুক্ত ৰিবৰিবীয়া বতাহে যেন উলাহৰ মাদুলি হৈহে এছাটি এছাটি বা আমাৰ সকলোৰে গাত দিছে !

নেজানো—এইয়াই হবপায় **Better land !** **ক্ষন্তেক সময়ৰ বাবে, শৈশবৰ এটি বালিভাতৰ দৃশ্যই আহি মানস-পটত দৰ্শন দান কৰিছিল !**

সিদিনা, এনেকুৱায়েই আনন্দৰ মাদকতাই চিত্ত ভৰপূৰ কৰি দিছিল নে—মনত নাই !

লুচি, বেঙ্গেনা-ভজা, ডাইল, দুখন আঞ্জা দেখি, চকুদুটাই লুভীয়াহে অসমীয়া লৰাৰ এই উদ্যম-আগ্ৰহৰ বাবে শলাগিছিল !

পানীৰ অভাব চাহে মাৰ নিয়ালেও সিঙ্গৰা, কেক্, দৈগাখীৰে আমাক বঞ্চিত কৰা নাছিল !

আটাইতকৈ হাঁহি উঠিছিল—টেঙ্গাৰূপিনী অম্বলাদেবীৰ ৰহস্যভেদত !

বগৰীৰ দৰে ঘূৰনীয়া ঘূৰনীয়া দেখি, টেঙ্গা বুলি খাবলৈ অসন্মতি জ্ঞাপন কৰাত পাৰ্শ্বোপবিষ্টা বন্ধু এগাৰাকীয়ে কলে "হেৰা, এইবিলাক ৰসগোল্লাৰ অম্বলহে—" ।

পোনতে, অনুশোচনা যদিও আহিছিল, কিন্তু এজনা সঙ্গী পাই, হাঁহিৰূপী সূৰ্য্যই এন্ধাৰৰূপ অনুশোচনাক গ্ৰাস কৰি পেলাইছিল !

নিদাৰুণ অনাহাৰ দীনতাৰ প্ৰতিমূৰ্ত্তি—পানী কেচুৱাৰ পৰা বুঢ়া, ডেকা গাভৰুসকলক দেখি, খাবলৈ ভোক নোহোৱা হল !

খাবলৈ নোপোৱা অৱস্থাই, মনৰ চুকত

কিছু বাদপ্ৰতিবাদ লগাই—আচৰিতহৈ, ইহঁতৰ বয়সৰ বাবে এবাৰ করুণনেত্ৰে আপাদমস্তক ভালকৈ লক্ষ্য কৰিবলৈ বাধ্য কৰিছিল !

ছবিত দেখা, হাবিৰ মাজে মাজে খাবৰ বস্তু বিচাৰি ফুৰা, শিয়ালৰ জাকবিলাকতকৈ, ইহঁত অলপো উন্নত বা শ্ৰেষ্ঠ নহয়—মোৰ মনলৈ আহিল, যেন তাতোকৈও ভীষণ !

জীৱণত মনত নপৰে—কোনোদিন, পূৰ্ণ আনন্দলাভ কৰিছোঁ ! ৰোগযন্ত্ৰণা-কাতৰতাই, কঙ্কালসাৰ প্ৰতিমূৰ্ত্তিয়ে, ক্ষুধাতুৰ মগনিয়াই যেন সকলো ঠাইতে ভেটা দি, কে'দিনমানলৈ মন আমোলাই ৰাখিবই ৰাখিব !

দিনকদিনে, সভ্যতাৰ চক্‌চকীয়া পোহৰ যিমান আমদানী হব লাগিছে—তিমান সেই আভৰণৰ আঁৰত দৰিদ্ৰৰ ভীষণ মূৰ্ত্তি ফুটি পৰিছে !

যেন, দুখীয়া মগনিয়াৰ আৰ্ত্তবেদনাসনা মাতে, ধনীৰ উল্লাস-ধ্বনিৰ মাজত বুৰ যাব নোৱাৰি, হাঁহাকাৰৰ বিজয়-পেঁপা বজাবলৈ, দৃঢ়প্ৰতিজ্ঞ হৈছে !

ধনীৰ—বিলাসীৰ সুখ আমোদৰ তৰঙ্গৰ

মাজতো সেই মাতে, প্ৰবেশ কৰি, অভিশপ্ত বাণীৰ দৰে সোমাই, বিচলিত কৰি পেলাইছে—বুকু শুকোৱাই দিছে !

পৃথিবীত, সুখ শান্তি ক'তো নাই !

ভাৰতবৰ্ষৰ সমুদ্ৰ বন্দৰবিলাকত চাউল দমবান্ধি গোটখাই পৰি পচিব লাগিছে—কিন্তু, আমাৰ দেশৰ মানুহে, হা ভাত—হা কাপোৰ বুলি হেবাথুৰি খাই মৰিব ধৰিছে !

ভাৰতবৰ্ষৰ দিগন্তপ্ৰসাৰিত পথাৰ, হাবি হৈ বনৰীয়া জীৱজন্তুৰ আবাস-থলি হৈছে—সাৰুৱা মাটি ছন্ পৰি আছে, কিন্তু, গৰুমহৰ বাবে, আমাৰ খেতিয়কে খেতি কৰিব নোৱাৰাৰ বাবে—কেৰাঁঘৰত এনেকি, ঘটিবাটি, খোৱা কাঁহিখনো বন্ধক দি, বছেৰেকৰ আঠমাহ অৰ্দ্ধাহাৰে, ক্ৰমে অনাহাৰে থাকিও, সন্তানৰ মুখত এমুঠি ভাত দিব পৰা নাই !

এইপোনে, লক্ষ লক্ষ কোটি কোটি গৰু বলদ বিদেশীৰ খাবৰ বস্তু বাবে, বিদেশত ৰপ্তানী হব লাগিছে !

চেঞ্চচৰ ৰিপোৰ্ট চাওক—এবাৰ কৰাচী বন্দৰৰ

ফালৰ পৰা ঘূৰি আহক—দেখিব, ভাৰতৰ অন্নাভাব, খেতি অভাবৰ মূল কাৰণটোনো কি !

তাৰে ওপৰত, অসমীয়া কানীয়াভঙ্গুৱা—অসমীয়া কলাজ্বৰৰ ভীষণ দানৱৰ আক্ৰমণত আক্ৰান্ত !

এই দেশত, শিশু মৃত্যু, জননী-মৃত্যু কেলেই ইমান বেছিকৈ হৈছে—ইয়াৰ মূলত কি অভাবেনো মেৰখাই আছে !

চাৰ্ব্বাকাৰ ধাৰ কৰিও ঘিউখোৱাৰ উপদেশ এতিয়া নেখাটে ! ভেজাল নিদিয়া ঘিউতো এতিয়া পাবলৈ নাইয়েই—পানী নিমিহলোৱা গাখীৰ আছেনে নাই—কব নোৱাৰোঁ !

থাওক—কেকোঁৰাৰ গাঁত বিচাৰোঁতে গৈ কেতিয়াবা আকৌ সাপৰ গাঁততহে হাত পৰিব !

হাত মুখ ধোৱাৰ কামফেৰা জানিবা—খোৱা কলপাতৰ এচুক চিঙ্গি, তাতেই হাত মচি সেইটো লেঠাৰ পৰা সাৰিলোঁ !

ষ্টীমাৰ আগমনৰ বাবে, বেছি সময় নাই—ৰুমালখনেৰে মুখখন মচি সুমথিৰা টেঙ্গাটো হাতত লই, ঘাটৰ পিনে খোজ ললোঁ !

"শাল বীথিকাই দোল দিয়ে যায়
পাতায় পাতায়"

সভাত গোৱা, অসমীয়া ডেকাজনৰ গানটি স্মৰণ হল !

হেৰ বলিয়া, নয়ন ভৰি ভৰি চা—
সম্মুখত সৌ উঠিছে নামিছে ৰূপহী সুতীৰে ঢল
হেৰ বলিয়া নয়ন ভৰি ভৰি চা !

সঁচাকৈয়ে, তেতিয়া, শিবপুৰ বোটানিকেল এৰি আকৌ কলিকতাৰ চঞ্চল-উখলমাখলভৰা ঠাইলৈ যাবলৈ মনটোৱে ইফালসিফাল কৰিছিল !

সম্মুখত সৌ উঠিছে নামিছে ৰূপহী
সুতীৰে ঢল
ঢলৰে বুকুতে পোহৰ জলমলাই
ৰূপে কৰে তলবল !

ইচ্ছা মোৰ কিটোনো হৈছিল---কিনো মনলৈ আহিছিল—যদি কওঁহে পাঠকপাঠিকাই মোৰ এই ভাবপ্ৰৱণতাৰ কাৰণে নিশ্চয়েই হাঁহিব !

সকলো ইচ্ছা প্ৰকাশ কৰি কব নেপায়--- থাওক ! যদি কাৰবাৰ অন্তৰত তেনেকুৱা প্ৰতি চ্ছবিয়ে ছঁ' পেলাইছে—তেন্তে, তেওঁ বুজি লওক

ইকৰা পাতৰে নাওখনি বা
পখিলাৰ পাখীৰে পাল তুলি লৈ
পাৰিদি মাজলৈ যা
কলমৌ ঠাৰিৰে পেঁপাটী বজাই
বনগীত এফাঁকি গা" !

যাত্ৰীৰ অৱস্থা দেখি, স্থান নহব সন্দেহ কৰি, সেই ভয়ত লৰালৰিকৈ, একপ্ৰকাৰ লৰি গৈয়েই জাহাজৰ ওপৰ ভাগত আশ্ৰয় ললোঁ।

কিন্তু তেতিয়া, ঠাইয়ে যেন আমাক পোড়াকল বৰ্কলিয়াই পিণ্ডদানহে দিছে !

যিপিনে চকু মেলোঁ—সেই ফালেই চাহাব মেম আৰু তেওঁসকলৰ মাতবোল ! সন্দেহ হৈছিল—এই দেশখনৰ গোটেই মানুহবিলাকে হঠাতে কেনেকৈনো চাহাব-মেম হলহি ! কোন্‌নো দেশ এইটো ?

ইউৰুপিয়ান মহিলাৰ পোষাকেৰে সজ্জিত ভাৰতবৰ্ষীয় মেমবিলাকক দেখি, হাঁহিও উঠিল বেজাৰো লাগিল !

হাঁহি উঠিল—ভাৰৰীয়াৰ ভাওতকৈও হবপায় ককনমানো ইফাল সিফাল নহব তেওঁবিলাকৰ

সেই মুখাবিলাকৰ ভাও! বেছেৰীইঁতৰ সমান তালে খোঁজ দিবলৈ যোৱাত, কিনো অৱস্থা!

ইমানবিলাক পাউডাৰ লেপি থোৱাতো মুখৰ বৰণ আৰু বগা নহল! তাৰউপৰি একোটা একোটা **Beautyspot** লগোৱা—সৌন্দৰ্য্যৰ চকামকা সেই **Patch** বিলাক—সঁচাকৈয়ে চাবলগীয়া!

আকৌ একোটা কলা **overcoat**, একোটা একোটা কলা টুপি!

চকুদুটাই কিন্তু বেজাৰেৰে তেওঁবিলাকৰ দেহাবিলাকৰ পিনে চাই থাকোঁতেই, হুমুনিয়াহ এটা অকস্মাতে ওলাই পৰিছিল!

"দেহি ঐ"! মনটোৱে প্ৰশ্ন শোধে "কোন দেশৰ নো?"

তাৰেউপৰত, যেতিয়া তেওঁবিলাকে মুখব্যাদন কৰি কেকত কামোৰ লগাব ধৰিলে—আৰু ধুনীয়া!

আমাৰ আগত নো এনে সৌন্দৰ্য্যৰ অধিষ্ঠাত্ৰী দেৱী প্ৰতিমাসকল বিৰাজিত হব পায়নে?

কিনো শুনিব তেওঁসকলৰ গাত বোল! আগেয়ে এনেকুৱা ধাৰণাই মনটোত খুঁটি পোতা

নাছিল যে ইংৰাজি মাত বোলে মোৰ কাণতো টহটহাব !

কিন্তু, সৌভাগ্য যে অলপমান পাছতেই তেওঁ বিলাকৰেই হবপায়, মাহী-পেহী বাই-ভনিটী সম্বন্ধৰ কেইগৰাকীমানে ধূনীয়া মুখেৰে আহি দৰ্শন দান দিলেহি ।

স˘চাকৈয়ে তাৰে মাজত ১৯।২০।২১ বছৰৰ তৰুনী ছোৱালী এটিৰ **High heal**এ গোক সেইফালে চাবলৈ আকৰ্ষণ কৰিলে !

কোনোবা কাৰণে, ভৰি এটা হবপায় তল-ফালে বাগৰি গৈছিল ! সেইবাবেই ইটো ভৰিৰ লগত সিটো ভৰিয়ে সমানে যাব নোৱাৰাত পৰিছে ! যেন সোঁভৰিৰ সৈতে বাওঁভৰিয়ে অনিয়াঅনিকৈহে খোজ কাঢ়িছে !

ছোৱালীটিৰ তৰুণ মুখত বিৰক্তি লাজৰ সংমিশ্ৰণত যি এটি বৰণ ফুটি উঠিছিল সেইটো হলে স˘চাকৈয়ে ধুনীয়া !

দেখিবলৈও বেছ !

আমাৰ অকনমানটিয়ে হবপায় আৰু ৰব নোৱাৰিলে !

৫।৬ বছৰীয়া লৰা এটিক হাতৰ সুমথিৰা টেঙ্গাটো দিয়েই মৰম দেখুৱালে !

লৰাটীয়ে কিন্তু গুটি গুটি চকুদুটা থিৰ কৰি আমাৰ অকণমানটিৰ মুখৰ পিনে চাই ৰল !

ইমান অকণমান লৰাটোৰ গাতো, আভিজাত্য তেজ শিৰাই শিৰাই বৈছে—আচৰিত !

লৰাটিৰ বিদ্রোহ-আচৰণে ওচৰৰ এগৰাকীক আকৰ্ষণ কৰিলে !

সুমথিৰাটেঙ্গাটো নিজে হাত বঢ়াই লৈ জনালে "**Thanks**" !

আমাৰ অসমীয়া ডেকাসকলে বহিবৰ বাবে বেঞ্চিৰ পিনে আগবাঢ়িবলৈ, অনাবশ্যকতা গম পাই, সাৰি সাৰিকৈ ঠিয় দিয়েই গঙ্গানৈখন পাৰ হবলৈ মনস্থ কৰিলে !

চিনেমাত চোৱা, জাহাজৰ ডেকৰ ওপৰত লাইন কৰি থিয় দি থকা সৈনিকসকলহে যেন !

হঠাতে ওচৰত বহা সৰু ভাইটিয়ে চঞ্চলহৈ উঠিল ! দেহাটি গৰম কাপোৰখনেৰে ভালকৈ আবৰি দি সুধিলোঁ। "আকৌনো কি হল তোমাৰ বাপাই !

আইৰ নুমলীয়া পোৰ দায়িত্বই, কেতিয়া নো অকস্মাৎ সোঁৱৰাই দিছিল—নেজানোঁ !

"বাইদেউ, বলটো যে পৰি গল !"

বলটোলৈ চাই, কথাৰ সুৰটিয়ে যেন মোকো তাৰ দৰেই সমদুখভাগী কৰিলে !

থিয় দি, খোঁজ কাঢ়িবৰো সাহ নাই—তেতিয়া ষ্টীমৰেখনে যেনিবা নাচিবহে ধৰিছিল !

সন্মুখৰ বেঞ্চিত দেহথোৱা, এজনা বয়ো-কনিষ্ঠাই পাছফালৰ পৰা হেপামেলি বলটো তুলি, যেন মোক এই আলাইআথানিৰ পৰা ডাঙিহে তুলিলে !

যাওক—ভাইটিয়ে তো হাততে স্বৰগ পোৱাদি, বলটো তাৰ কোলৰ ওপৰত থই কাপোৰখনৰ এচুকত ঠাই দিলে ! মনটো মুকলি হৈ গল !

এবাৰ, গঙ্গা নৈৰ বুকুৰ মাজৰ পৰা সন্ধিয়াই এন্ধাৰেৰে বেৰি লোৱা—কুঁৱলি জালৰ দৰে আৱৰা, আমাৰ স্বপ্নৰাজ্যখনিৰ পিনে চালোঁ—দিনক মেলানি দিয়া স্তিমিত অস্তগামী সূৰ্য্যই, পঁছিমফালে গেৰুৱাবৰণৰ ৰহণ তুলি আঁকি,

ক্ৰমে সুদূৰৰ ওলমিপৰা, হাতেৰে চুকি পোৱা, আকাশ আৰু গছগছনি ভৰা পৃথিবীখনৰ আঁৰত লুকাবলৈ ধৰিছে !

গছৰ, পাতৰ মাজে মাজে, সেই হেঙ্গুলীয়া আভা বিকীৰ্ণ হৈ, যেন মন্ত্ৰমুগ্ধ কোনোবা মায়াপুৰীহে সৃজন কৰিছে !

সেই প্ৰোজ্জ্বল আলোক-জ্যোৎস্নাৰ আঁৰত, কোন্ এক ৰাজপ্ৰাসাদতনো ৰাজকন্যাই দানহ-দৈত্যৰ তত্ত্বাৱধানত সোণৰ খাটত জীৱণ-শলাৰ প্ৰতিক্ষা কৰি শুই আছে ! তেঁওৰ টোপনী-যোৱা মুখচন্দ্ৰৰ আভাই, সোণৰ ওপৰত জেউতি তুলি কোন্ ৰাজপুত্ৰকনো বলিয়া কৰি তুলিছে ! কোন্ তেজিমলাৰনো সাধু সেই চিক্‌মিকীয়া আৱৰণৰ আঁৰত লুকাই আছে ? সোণৰ ফুল, ৰূপৰ গছ, মুকুতাৰ মলা, হীৰাৰ গুটি বিচাৰি বিচাৰি কোন ৰজালৰাৰ ঘোড়াৰ খুৰৰ ধূলিয়ে আকাশ ছাটি পেলাইছে ! কোন্ ৰজা-লৰাই একে বুৰতে পুখুৰী মাজৰ বুৰযোৱা দৌল ভাঙ্গি, একে টিপাতে ভোমোৰা মাৰি পেলাইছে ! কোন্ কোঁৱৰে মালিনীৰ নাতিলৰাহৈ কোন্‌নো এগৰাকী কুৱঁৰীক

 

ফুল-মলা গাঁথি দিছে ! সপোনৰ দৰে এইবিলাক কথা মনলৈ আহিব-যাব ধৰিলে !

দীঘল হুমুনিয়াহ এটা পৰিল—মই তাত মুঠেই তিনি ঘণ্টাহে আছিলোঁ ।

এবাৰ ফুৰিবৰ ৰাগিয়ে যদিও ধৰিছিল, কিন্তু, ছাইকেল আৰোহী এজন ডেকাৰ মাতে আমাক বেছিদূৰলৈ আগবাঢ়িব দিয়া নাছিল !

মোৰ মনলৈ আহে, এনেকুৱা সৌন্দৰ্য্যৰ ঠাইত মিটিংৰ দৰে বেমেজালি, অকবি-বেৰসিক আৰু নাই !

যেন, জোনৰ ৰূপ-হাঁহি জেউতিৰ বেলিকা, কৰপৰা এডোখৰ কলা ডাৱৰে গ্ৰাস কৰিবলৈ অশেষ প্ৰয়াস কৰিছে !

কুজন-প্ৰত্যাগত চৰাইবিলাকৰ আৱাৰে, দিনক বিদায় দিয়াৰ দৃশ্যে, মোৰ হৃদয় সমুদ্ৰ মন্থন কৰি এই কথাটো বাজিছিলে :—

"যিদিনা তোমাৰ প্ৰাণৰ কবিয়ে
দূৰ অসীমত মিলিব গই ;
কাকনো এনুৱা ৰূপহী হাঁহিৰে
আহি মোৰ জোনে চাবহি অই ।"

সম্পূৰ্ণ ।